শ্ৰীশ্ৰীশঙ্কৰদেৱৰ সঙ্কলিত গ্ৰন্থ শ্ৰীৰামচৰণ ঠাকুৰৰ
দ্বাৰা অনুবাদিত

# ভক্তি ৰত্নাকৰ




শ্ৰীশ্ৰীতীৰ্থনাথ গোস্বামী প্ৰভুৰ দ্বাৰা
সম্পাদিত

# প্ৰকাশকৰ একেষাৰ

ভক্তি ৰত্নাকৰ খনি পৰম পূজনীয় শ্ৰীশ্ৰীতীৰ্থ নাথ গোস্বামী ককা আতাই সজাই পৰাই ধুনীয়াকৈ যুগুত কৰি থৈছিল। কপিটো বিচাৰি বৰ যত্নেৰেহে উলিওৱা হৈছে—কেৰা ঠায়ো বাগৰি ই হেৰাই যোৱা অৱস্থা হৈছিলগৈ। আমি যেনে আছিল তেনেকৈয়ে প্ৰকাশ কৰিলো মাত্ৰ।

ভক্তি-তত্ত্বমূলক গ্ৰন্থ হিচাবে, পুৰণি অসমীয়া সাহিত্য হিচাবে আৰু বিশেষকৈ বিশ্ববিদ্যালয়ৰ পাঠ্য হিচাবে ভক্তি ৰত্নাকৰ খনি ৰাইজে খুব বিচাৰে। গ্ৰন্থখনি যে মহামূল্যবান সম্পদ তাক কবৰ আৱশ্যক নাই।

সম্পাদকীয়ত তেৰাই ৰামচৰণ ঠাকুৰে সংস্কৃত শ্লোকত থকা আটাইকেউটি মাহাত্ম্যৰ ভাঙনী নকৰিলে বুলি লিখিছে। মূল গ্ৰন্থত মাহাত্ম্য মুঠ ৪২টি; তাৰে ৩৫টি অনুবাদিত হল। বাকী থকা কেইটি হৈছে—

১। শ্ৰীমদ্ভাগৱত মাহাত্ম্য: ২। যমনিয়ম মাহাত্ম্য: ৩। ভগৱদ্ভক্ত পদৰেণু মাহাত্ম্য: ৪। শ্ৰৱণ মাহাত্ম্য: ৫। ভক্তিৰিৰ্ভৰ মাহাত্ম্য: ৬। অৰ্পণ মাহাত্ম্য আৰু ৭। পূজা প্ৰকৰণ মাহাত্ম্য।

সংস্কৃত শ্লোকতে এই কেইটি প্ৰকাশ কৰিবৰ ইচ্ছা থাকিল। গ্ৰন্থৰ আগতে দিয়া শ্লোকটি, শ্ৰীশ্ৰীশঙ্কৰদেৱৰ নিজৰ লিখনি।

ভক্তি ৰত্নাকৰত উল্লেখ থকা শাস্ত্ৰ সমূহৰ যি তালিকা ইয়াৰ লগত দিয়া আছে তাৰ বাহিৰেও সাত্বত তন্ত্ৰ, স্কন্ধ পুৰাণ, কৌমাৰ তন্ত্ৰ, গৌতম তন্ত্ৰ, জাজ্ঞবল্ক সংহিতা, মনু সংহিতা, প্ৰভাষ পুৰাণ, গৰুড় পুৰাণ, ভবিষ্য পুৰাণ, বাৰাহ পুৰাণ, ব্ৰহ্ম পুৰাণ, বৃহৎ ধৰ্ম্ম পুৰাণ আদিৰ মামো পাহৰ ৭টি মাহাত্ম্যত উল্লেখ আছে।

* সাত্বত তন্ত্ৰখনি অসম সাহিত্য সভাই আৰু বৈষ্ণবানন্দ খনি যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অধ্যাপিকা শ্ৰীযুক্তা কেশদা মহন্তই সম্পাদনা কৰি উদিতৰাম দেৱৰ ভাষ্যৰী সহ প্ৰকাশ কৰিছে।

ভক্তি ৰত্নাকৰ খনি যিমান ভালকৈ প্ৰকাশ কৰিব লাগিছিল সেইদৰে নোৱাৰাত আমি দুখীত। কিতাপখনি ছাপাবলৈ প্ৰেছলৈ পঠোৱাৰ পাছতে কাগজৰ মূল্য বৃদ্ধি, মানাৰ অভাৱ অনাটন আদিৰ বাবে কাগজ, ছাপা আদি ভাল নহল। কলিকটাত ছাপাব লগা হোৱাত আহি কাকত ২।৩ বাৰ চাই দিয়া স্বত্বেও বহুত ভুল বল। ইয়াৰ বাবে সুধী সকলৰ ওচৰত ক্ষমা ভিক্ষা কৰিলো।

শ্ৰীপ্ৰবোধ কুমাৰ গোস্বামী
গোলাঘাট
১৫।৫।৭৩

# সম্পাদকীয় যৎকিঞ্চিৎ

ভক্তি ৰত্নাকৰ খনি কুৰি খনৰো ওপৰ বিভিন্ন শাস্ত্ৰৰ, বিশেষকৈ ভাগৱতৰ, সাৰ উদ্ধাৰ কৰি জগত গুৰু শ্ৰীশ্ৰীশঙ্কৰ দেৱে সংস্কৃত শ্লোকত সঙ্কলন কৰা এখন অতুলনীয় ধৰ্ম্মগ্ৰন্থ। গ্ৰন্থখনি গুৰু জনাই নিজেও অসমীয়ালৈ নেভাঙ্গিলে আৰু আনকো ভাঙ্গিবলৈ নিৰ্দ্দেশ নিদিলে বাবে গ্ৰন্থখনি তেনেকৈয়ে ৰল। পাছত শ্ৰীশ্ৰীমাধৱদেৱৰ ভগিনীয়েক ৰামচৰণ ঠাকুৰে অসমীয়ালৈ গ্ৰন্থখনি অনুবাদ কৰিলে পদ, ছবি আদি ছন্দত। সংস্কৃতত থকা সকলো মাহাত্ম্যকে অনুবাদকে অনুবাদ নকৰিলে আৰু কৰা কেইটিৰ ভিতৰতো কিছু সংক্ষেপেহে কৰিলে। তথাপি ৰামচৰণ ঠাকুৰৰ অসমীয়া জাতিলৈ ই এটি মহৎ দান।

ৰামচৰণ ঠাকুৰৰ পিতৃয়েক ৰামদাস ভূঞা আৰু মাতৃয়েক হৈছে মাধৱ পুৰুষৰ ভনীয়েক উৰ্ব্বশী। মাধৱপুৰুষৰ পিতৃয়েক মহোদৰ আতা ঘাগৰী মাজীৰ আতিথ্যত ১৮ বছৰ আছিল। তাতে উৰ্ব্বশীৰ জন্ম হয়। ১১।১২ বছৰ মানতে উৰ্ব্বশীক বুঢ়ী লৌহিত্যৰ ধুৱাৰোল স্থিতিৰ কাষৰ কলকটাৰ ভাণ্ডাৰী ভুবিৰ ভূঞা ৰামদাসলৈ বিয়া দিয়ে। উৰ্ব্বশীৰ কেবাটিও সন্তানৰ জন্মৰ পাছতে মৃত্যু হোৱাত এই পুত্ৰ সন্তানটিৰ অশৌচৰ পাছতে সন্তানটিৰ দীৰ্ঘ জীৱন কামনা কৰি শ্ৰীশ্ৰীমাধৱদেৱৰ চৰণত গতাই দিয়েগৈ। মাধৱ পুৰুষে সন্তানটিকে লৈ মাকক সুন্দৰীদিয়াত থাকিবলৈ দিলে। সন্তানটিৰ নাম ৰামচৰণ ৰাখি মাধৱ পুৰুষে

নিজে পঢ়াই শুনাই মানুহ কৰি তুলিলে। সমূহ ভক্ত বৈষ্ণৱে লৰাটিক ঠাকুৰ বুলি সন্মান কৰিছিল। এইদৰে ৰামচৰণ ঠাকুৰ প্ৰখ্যাত হৈ পৰিল। ডাঙৰ হোৱাৰ পাছতো ৰামচৰণ ঠাকুৰে জীৱনৰ সৰহভাগ কাল শ্ৰীশ্ৰীমাধৱদেৱৰ লগতে কটাইছিল আৰু মাধৱপুৰুষৰ শেষ সময়তো ৰামচৰণ ঠাকুৰ লগতে আছিল। মাধৱ পুৰুষৰ মুখাগ্নিও ঠাকুৰেই কৰিছিল।

শ্ৰীশ্ৰীমাধৱদেৱৰ আজ্ঞা মতে ৰামচৰণ ঠাকুৰেই জগৎগুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱৰ কীৰ্ত্তন পুথিখনি বিভিন্ন ঠাইত সিচৰিত হৈ থকা অৱস্থাৰ পৰা সংগ্ৰহ কৰিলে। এই কাম ৰামচৰণ ঠাকুৰে নকৰা হলে গুৰু জনাৰ কীৰ্ত্তন পুথিখনি হয়তো এনে অৱস্থাত পোৱা নগলহেতেন।

শ্ৰীশ্ৰীমাধৱদেৱ বেহাৰত থাকোতে তেখাৰ লগত তৰ্ক কৰি হাৰ মানিব লগা হোৱা পণ্ডিত কেজনমানে মাধৱপুৰুষৰ লগত কাজিয়া কৰাৰ উদ্দেশ্যে নানান কটূক্তি কৰিছিল। ঠাকুৰে তাত অত্যন্ত দুখ পাই পণ্ডিত সকলৰ লগত যুজ কৰিবলৈ অকলে সাজু হৈ আহ্বান জনালত পণ্ডিতসকল পলাই যায়।

শ্ৰীশ্ৰীমাধৱদেৱে পতা ধৰ্ম্মাচাৰ্য্য সকলৰ ভিতৰত প্ৰথম স্থান দি ৰামচৰণক সুন্দৰী দিয়াত ধৰ্ম্মাচাৰ্য্য পাতি দিছিল। ধৰ্ম্মচৰ্চ্চা আৰু প্ৰচাৰৰ হকে নিজ কৰ্ত্তব্য নিয়াৰিকৈ কৰাৰ উপৰিও ৰামচৰণ ঠাকুৰে জগৎগুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱৰ 'বৰ চৰিত্ৰ' নামে জনাজাত চৰিত্ৰ পুথিখনি গুৰুজনাৰ লগতে মাধৱ পুৰুষৰো প্ৰায় সমস্ত কাৰ্য্য কলাপ বৰ্ণাই জগতবাসীলৈ এটি

অনুপম দান দি গল। ঠাকুৰে ভালেখিনি গীতো লিখিছিল। ঠাকুৰে 'কংসবধ' নামে নাটক এখনিও লিখি নাট্যকাৰ হিছাবেও স্ব-প্ৰতিভা প্ৰকাশ কৰি গল। ৰামচৰণ ঠাকুৰৰ পুত্ৰ দৈত্যাৰি ঠাকুৰ, ত্ৰিপুৰাৰি ঠাকুৰ আৰু নৰহৰি ঠাকুৰ। এই সকলৰ বংশধৰ সুন্দৰী দিয়া, গৌৰীপুৰ, ছয়গাও, দলগোমা আদি ঠাইত আছে।

ভক্তি ৰত্নাকৰ গ্ৰন্থখনিৰ মূল কথা হৈছে গুৰু দেৱ নাম ভকতৰ যোগে একমাত্ৰ ভজনীয় দেৱতা 'কৃষ্ণ' ত ভক্তি কৰি সংসাৰী জীৱই মুক্তি লাভ কৰিব পৰা ভক্তিতত্ত্ব সমূহৰ বিশদ বাখ্যা। এই গ্ৰন্থ প্ৰকৃততে ভাগৱতৰ সাৰোদ্ধাৰ।

শ্ৰীশ্ৰীমাধৱদেৱৰ প্ৰিয়তম ধৰ্ম্মাচাৰ্য্য, কাল সংহতিৰ প্ৰবৰ্ত্তক, সম্পূৰ্ণভাবে নামধৰ্ম্মত চলা ভৱানীপুৰীয়া গোপাল আতাই ভক্তি ৰত্নাকৰ সম্বন্ধে এইদৰে কৈছে—

ভাগৱত ক্ষীৰ সমুদ্ৰত আছয় ভকতি ৰত্ন যত
শ্ৰীমন্ত শঙ্কৰে উদ্ধাৰি আনি বিভাগি।
তাৰ অন্তৰ্গত তত্ব যত নিবেদিয়া ভক্ত মাধৱত
লোকক কৃপায়ে থৈলা সংসাৰক লাগি॥

শ্ৰীশ্ৰীমাধৱদেৱৰ সম্পূৰ্ণ কৃপা লাভ কৰা "পূৰ্ণ গোপাল"ৰ নাম ধৰ্ম্মৰ তত্ব অসম বিয়পি আছে। অসমৰ সকলো মহাপুৰুষীয়া ধৰ্ম্মাৱলম্বী লোকে এসময়ত এই নাম ধৰ্মতে সম্পূৰ্ণ প্ৰবৰ্ত্তিত হব বুলি আমাৰ দৃঢ় বিশ্বাস।

ভক্তি ৰত্নাকৰ খনি প্ৰথমে গুৰু সেৱাৰ কথাতে আৰম্ভ

হৈছে। এজন উত্তম গুৰুৰ যোগে কৃষ্ণত শৰণ লৈ "গুৰু ৰূপ হৰিপদ সেৱা অস্ত্ৰ ধৰি সাবধান হৈ মনবৈৰী ছেদিবলৈ" প্ৰথমে উপদেশ দিছে। ভাৰতত নৰ জন্ম বহুত সাধনাৰ ফলত পায়, ইয়াক বিফলে নিনি পৰমেশ্বৰৰ প্ৰতি ভক্তিত আপ্লুত হৈ জন্ম সাৰ্থক কৰিব লাগে। ইয়াৰ ফলত জীৱই চিৰ শান্তি লাভ কৰি ঈশতুল্য হয়। নৰশৰীৰৰ মাহাত্ম্য আৰু ভাৰতবৰ্ষৰ প্ৰশংসাত এই কথা লিখিছে। মাধৱ পুৰুষেও কৈছে—

"ধন্য ধন্য কলি কাল ধন্য নৰতনু ভাল
ধন্য ধন্য ভাৰত বৰিষ।"

নৰ জন্ম সকলোৰে ভিতৰত শ্ৰেষ্ঠতম আৰু সকলো স্থানৰ ভিতৰত ভাৰতবৰ্ষ উত্তমোত্তম—ইয়াত কলিত কেৱল ভগবানৰ নাম কীৰ্ত্তন কৰিয়ে জীৱ জন্ম-মৃত্যুৰ হাত সাৰি মুক্ত হব পাৰে।

ভক্তি বিষয়ক তত্ত্ব সমূহ কেৱল জানিলে বা বুজিলেই নহয়, ইয়াক সাধনা কৰিব লাগে। এই বিষয়ে বহলাই ব্যাখ্যা কৰি ঈশ্বৰ নিৰ্ণয়, শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, বন্দনকে ধৰি বিবিধ ভক্তি আৰু ভক্তৰ নানা তত্ব অতি সুন্দৰভাৱে ভক্তি ৰত্নাকৰত লিপিবদ্ধ হৈছে।

মূৰ্ত্তিপূজা সম্বন্ধে মহাপুৰুষীয়া লোক সকলৰ মাজত অনেক ভেদবাদ হোৱা শুনা যায়। ভক্তি ৰত্নাকৰত ইয়াৰ সমস্যা সমাধান কৰি থৈছে। বেদৰ বিহিত মতে বিষ্ণু বা কৃষ্ণৰ বিবিধ মূৰ্ত্তিৰ প্ৰতিমা সাজি কৰা পূজা কৰ্ম্ম-যোগৰ অন্তৰ্গত।

বৈদিক আৰু তান্ত্রিকৰ সানমিহলি ব্যৱস্থা মতে কোনো ৰূপ বিচাৰি পূজা কৰিলে অতি উৎকৃষ্ট আৰু মূল্যবান বস্ত্র-বস্তু দিব লাগে। নিষ্কাম ভাবে এনে পূজা কৰিলে যি পায় তাকে দিলেই হয়। অন্তৰত কৃষ্ণক চিন্তা কৰি নাম কীৰ্ত্তনেৰে উপাসনা কৰিলে একো দিবৰ আৱশ্যক নাই। এই প্ৰথাই সৰ্ব্বোৎকৃষ্ট আৰু এয়ে "নামধৰ্ম্ম"। কলিৰ পৰম ধৰ্ম্ম মাহাত্ম্যত এই ৰূপ বৰ্ণাই এনে মুক্তিক জ্ঞানী সকলে আদৰি সদায় নাম উচ্চাৰণ কৰে বুলি কৈছে। সকলো কৰ্ম্মৰ মূল আৰু সকলো পাপৰ প্ৰায়শ্চিত্ত কেৱল হৰিনাম। হৰিনাম কীৰ্ত্তন বাজে অন্য ধৰ্ম্ম নাই। মন্ত্ৰ মূৰ্ত্তি বা শব্দ মূৰ্ত্তি অৰ্থাৎ নাম মূৰ্ত্তিৰ কথা এইদৰে কৈছে—

কহি আছে মন্ত্রে যিটো মূৰ্ত্তি মাধৱৰ।
তাত ব্যাতিৰেকে মূৰ্ত্তি নাই ঈশ্বৰৰ॥
হেন যজ্ঞ পুৰুষক পূজে যিটো প্ৰাণী।
সিটো জন জানিবা সাক্ষাতে মহা মানী॥

মাধৱৰ মন্ত্ৰমূৰ্ত্তি মানে শব্দময় নাম। ঈশ্বৰৰ নাম জপৰ বাজে মূৰ্ত্তি পূজা নাই। মনুৰ কথাও গ্ৰন্থত উল্লেখ আছে। মনুৰ মতেও নামেইহে শ্ৰেষ্ঠতম পূজাৰ উপায়। প্ৰবৃত্তি আৰু নিবৃত্তি মাৰ্গৰ সম্বন্ধত মনুৱে নিবৃত্তি মাৰ্গৰ দ্বাৰাইহে মুক্তি পাব পাৰি বুলি ঠাৱৰ কৰিছে।

ভক্তি ৰত্নাকৰত নিহিত তত্ত্বসমূহ ক'ৰ পৰা অনা হৈছে

তাৰ উল্লেখ অতি স্পষ্টকৈ আছে। সৰহভাগ (প্ৰায় সকলো বুলিলেও অত্যুক্তি নহয়) কথাই মদ্ভাগৱতৰ পৰা অনা। শ্ৰীমদ্ভাগৱত গীতা, পাণ্ডৱী গীতা, বিষ্ণু পুৰাণ, পদ্ম পুৰাণকে আদি কৰি বহুত পুৰাণ আৰু বৈষ্ণৱানন্দ, সাত্বত তত্ব আদি শাস্ত্ৰৰ পৰাও বহুত সংগ্ৰহ আছে। মুল পাঠত ২/১টি অধ্যায় বা স্কন্ধৰ অশুদ্ধ উল্লেখো আছে। তাৰ জনা বা মনত পৰা ২/১টি দেখুৱা হৈছে।

বিভিন্ন উল্লেখত বিভিন্ন দেৱতা, ভক্ত, বৈষ্ণৱ, ঋষি, মুণি আদিৰ নাম গ্ৰন্থত উল্লিখিত হৈছে। এই বিষয়ক আখ্যান সমূহো ভাগৱত আৰু পুৰাণৰ। এই সকলৰ চমু পৰিচয় একোটিও দিয়া হৈছে। গ্ৰন্থখনিৰ কিছুমান শব্দৰ অৰ্থ বুজিবলৈ টান আৰু কিছুমানৰ ভাবাৰ্থ পোনাই লৈ উলিয়াব লগাও হয়। শব্দাৰ্থ তালিকা এখনিও যুগুত কৰা হল।

সকলো কালৰ পৰা অতি অনুপম এই গ্ৰন্থখনিত জগতগুৰু শ্ৰীশ্ৰীশঙ্কৰদেৱৰ ভক্ত বৈষ্ণৱ সকললৈ আমোঘ বাণী আখৰে আখৰে বিৰাজমান।

আমাৰ বিদ্যাবুদ্ধি কম। যেনেকৈ লাগিছিল তেনেকৈ গ্ৰন্থখনি যুগুত কৰিবৰ আমাৰ ক্ষমতা নাই, তথাপি পথীৰ গুণে পাখা হিছাবে যথাশক্তি কৰা হল। ভকত বৈষ্ণৱ সন্ত মহন্ত সাধু সন্ত সকলৰ ওচৰত দায় দোষৰ বাবে ক্ষমা প্ৰাৰ্থনাৰে সামৰিলো।

ধলৰসত্ৰ
১৮৫৮ শক

বাইজৰ কৃপা ভিক্ষাৰী—
শ্ৰীতীৰ্থনাথ গোস্বামী

# সূচীপত্র

## পৰিশিষ্ট

## শ্লোক

যন্নামধেয়েন ভবাব্ধিমঞ্জসা তর্য্যা সমুত্তীর্য্য পরঃ পরং পদম্
প্রাপ্নোতি পাতক্যপি তং সনাতনং সদা সদানন্দমুপাস্মহে হৃদি ॥
সমুদ্ধৃতং ভাগবতাভিধান-দুগ্ধাম্বুধের্যন্নবনীত পিণ্ডম্
শ্রীশঙ্করেণাচ্যুতকিঙ্করেণ ভক্ত্যা জুষধ্বং শিতয়া সুধীরাঃ ॥
সমস্ত শাস্ত্র সংসারমুদ্ধৃত্য বিদধেঽধুনা।
ভক্তি রত্নাকরাখ্যাং তং সংগ্রহং শঙ্করঃ কিল ॥

—হরি রাম রাম রাম।



# ভক্তি ৰত্নাকৰ

## গ্ৰন্থাৰম্ভ

### পদ

জয় নমো বাসুদেৱ দৈৱকীনন্দন।
জগত-জীৱন পূৰ্ণব্ৰহ্ম সনাতন॥
মায়ায়ে মনুষ্য-ৰূপ কৰিয়া প্ৰকাশ।
কৰিলা নানান মহা বিনোদ-বিলাস॥
লোকক কৃপায়ে প্ৰচাৰিলা যশচয়।
শ্ৰৱণ-কীৰ্ত্তন আক যিজনে কৰয়॥
এতেকে সংসাৰ তৰি পাৱে বৈকুণ্ঠক।
কৰোঁ নমস্কাৰ সদা হেনয় কৃষ্ণক॥
গুৰুৰ চৰণ মানে কৰোঁ নমস্কাৰ।
যাৰ উপদেশে জ্ঞান জন্মিল আমাৰ॥
বিষ্ণু-ভকতক নমস্কাৰ কৰি মনে।
কৰোঁ পদ কৃষ্ণ-কথা পৰম যতনে॥
আৰম্ভৰ সিদ্ধি হোক হৰি-সুমৰণে।
নকৰিবা মোক উপালম্ভ সাধুজনে॥

মই মহা অজ্ঞ মন্দমতি অপণ্ডিত ।
তথাপি মহন্ত কৰ্ম্মে ভৈলা মোৰ চিত্ত ॥
বোলে ৰামচৰণে কাকুতি স্তুতি-বাক ।
মূৰ্খ জানি মহাজনে ক্ষমিবা আমাক ॥
ভক্তি-ৰত্নাকৰ নামে গ্ৰন্থ শ্ৰেষ্ঠতৰ ।
লোকৰ কুশল-অৰ্থে কৰিলা শঙ্কৰ ॥
তাৰে পদ কৰিবাক শ্ৰদ্ধা ভৈলা মনে ।
নধৰিবা দোষ তোৰাসব মহাজনে ॥
ক্ষুদ্ৰ পক্ষী বাঞ্ছে যেন গতি গৰুড়ৰ ।
জানা সেহিমত ভৈলা মোৰ পটন্তৰ ॥
মোৰ একে ভৰসা গুৰুৰ চৰণত ।
গুৰু-অনুগ্ৰহে সিদ্ধি হোৱয় সমস্ত ॥
প্ৰথমতে কহো গ্ৰন্থ কৰিবাৰ হেতু ।
বান্ধিলা শঙ্কৰদেৱে মহাধৰ্ম্ম-সেতু ॥
কৃষ্ণ শ্ৰেষ্ঠ দেৱ তানে নাম-ধৰ্ম্ম-সাৰ ।
ইহাকে কৰিলা মাত্ৰ লোকত প্ৰচাৰ ॥
কতো কতো লোকে আত কৰয় বিবাদ ।
কৰিবাক লাগি তান বচন উচ্ছাদ ॥
ভাগৱত নামে দুগ্ধ-সাগৰ মথিলা ।
তাহাৰ নৱনু-পিণ্ড সাৰ উদ্ধাৰিলা ॥
আমো সন্ত শাস্ত্ৰচয় পাইলন্ত যতেক ।
তাহাৰ সাৰক আমি উদ্ধাৰি প্ৰত্যেক ॥

কৰিলন্ত গ্ৰন্থ নামে ভক্তি-ৰত্নাকৰ।
কৰিয়ো শ্ৰৱণ আক বুদ্ধিমন্ত নৰ ॥
কহে ৰাম চৰণে পৰম মূঢ়মতি।
বোলা ৰাম ৰাম সৱ গুচোক দুৰ্গতি ॥

---

# প্ৰথম মাহাত্ম্য

## গুৰু-সেৱা

### পদ

নিবন্ধিলা গুৰু-সেৱা গ্ৰন্থৰ আদ্যত।
লাগে গুৰু-উপদেশ সকলো কাৰ্য্যত ॥
সামান্য বিদ্যাক গুৰু-উপদেশে পায়।
হৰিৰ ভকতি গুৰু-সেৱা বিনে নাই ॥
এতেকে প্ৰথমে গুৰু-সেৱা মহাধৰ্ম্ম।
নিৰূপিলা গ্ৰন্থত জানিবা তত্ত্বমৰ্ম্ম ॥
শুনা আবে গুৰু-সেৱা-ধৰ্ম্ম যেনমত।
দশম স্কন্ধৰ আছে আশী অধ্যায়ত ॥
বিপ্ৰ দামোদৰ আগে মাধৱে কহন্ত।
বোলন্ত শুনিয়ো সখি পৰম মহন্ত ॥
ভক্তি-জ্ঞান-দাতা গুৰু পূজ্য অতিশয়।
এহি হেতু গুৰু মই কহিলো ভৃত্যয় ॥
সংসাৰত যাত হন্তে সত্তয় জনম।
আত-গুৰু পিতৃ সিটো পূজনী উত্তম ॥

আনো সব যত যত পূজনী আছয় ।
সবাতো অধিক পিতৃ পূজনী হোৱয় ॥
কহিলো প্ৰথম গুৰু শুনিলা ইহাক ।
শুনিয়ো দ্বিতীয় গুৰু বোলয় যাহাক ॥
গুণৱন্ত সন্ত আতি শুদ্ধ দ্বিজোত্তম ।
সদ-কৰ্ম্মশালী মহা বেদজ্ঞ পৰম ॥
যজ্ঞশূত্ৰ লৈয়া তান্তে বেদ অভ্যাসয় ।
ইহাক দ্বিতীয় গুৰু বোলয় নিশ্চয় ॥
মই যেন ঈশ্বৰ পৰম পূজ্যতম ।
সিয়ো গুৰু সেহিমতে পূজনী উত্তম ॥
জন্মদাতা পিতৃতো কৰিয়া শ্ৰেষ্ঠ আতি ।
তৃতীয় গুৰুৰ কথা শুনা কৰ্ণ পাতি ॥
সব আশ্ৰমীতে কহে ঈশ্বৰ-জ্ঞানক ।
দেয় উপদেশ যিটো ভকতি-পন্থক ॥
সিয়োজন জানা মই সাক্ষাতে ঈশ্বৰ ।
জগততে পূজ্য আৰ নাহি তাত পৰ ॥
যিটো জনে ভকতি-জ্ঞানক দান কৰে ।
তাঙ্ক সেৱা কৰি সিটো সংসাৰক তৰে ॥
এতেকে সেহিসে বুদ্ধিমন্ত নৰোত্তম ।
জগতত আন আৰু নাহি তাৰ সম ॥
ভক্তি-জ্ঞান-দাতা গুৰু বিনে সেব্য নাই ।
কহিলোহো প্ৰতি প্ৰতি তোমাত বুজাই ।

কহোঁ আক আৰে শুনিয়োক এক মনে।
মোকে আৰাধয় ধৰ্ম্ম কৰিয়া যতনে॥
এহিহেতু জানিবাহা ধৰ্ম্ম নাহি আন।
গুৰুবেসে সেৱা যত ধৰ্ম্মতে প্ৰধান॥
গৃহাশ্ৰমী ব্ৰহ্মচাৰী বানপ্ৰস্থী যতি।
যাৰ যিটো ধৰ্ম্ম আচৰয় শুদ্ধমতি॥
ইসৱ ধৰ্ম্মত তুষ্ট নুহিকো সিমত।
যেন তুষ্ট হওঁ মই গুৰু-ভজনত॥
যদি হও সমস্তৰে আত্মা অন্তৰ্য্যামী।
তথাপিতো গুৰু-সেৱাতেসে তুষ্ট আমি॥
ঈশ্বৰ কৃষ্ণৰ বাক্য এহিমানে থৈলো।
গুৰুবেসে সেৱা মহাধৰ্ম্ম আকে কৈলো॥
শুনিয়োক আৰে যেন গুৰুৰ নিৰ্ণয়।
শাস্ত্ৰৰ-সম্মত গুৰু যাহাক বোলয়॥
একাদশ স্কন্ধে আছে তৃতীয় অধ্যায়ত।
প্ৰবুদ্ধে কহন্ত নিমি ৰাজাৰ আগত॥
বোলন্ত শুনিয়ো বুদ্ধিমন্ত নিমিৰায়।
আপোনাৰ উত্তম কুশল যিটো চায়॥
উত্তম গুৰুৰ পাৱে কৰোক ভকতি।
তেবেসে তৰিব ঘোৰ সংসাৰ-দুৰ্গতি॥
বেদৰ ৰহস্য-তত্ত্ব সকলো জানন্ত।
কৃষ্ণকো ভকতি-বলে সাক্ষাত কৰন্ত॥

এহেন্তে উত্তম গুৰু কহিলো সম্প্ৰতি ।
ইহাৰেসে উপদেশে শুদ্ধ হোৱে মতি ॥
কৃষ্ণত ভকতি হোৱে সংসাৰকো তৰে ।
নাই নাই সংসাৰত গুৰু আত পৰে ॥
শাস্ত্ৰক জানয় মাত্ৰ সুহিকে ভকত ।
তাৰ উপদেশে বোধ সুপজে লোকত ॥
যদিবা ভকত হোৱে শাস্ত্ৰ নজানয় ।
নপাৰে খণ্ডিতে তেবে শিষ্যৰ সংশয় ॥
এতেকে উত্তম গুৰু আশ্ৰয় কৰিব ।
কৃষ্ণত ভকতি কৰি সংসাৰ তৰিব ॥
থৈলোঁ এহিমানে ইটো বচন সিদ্ধৰ ।
শুনিয়োক পুনু আৰো বাক্য ভৰতৰ ॥
পঞ্চম স্কন্ধত বহুগণক বোলন্ত ।
শুনিয়োক সাৱধানে ৰাজা মহাসন্ত ॥
বাঢ়ি আছে মন-শত্ৰু পৰম দুৰ্জ্জয় ।
আত্মা-ঈশ্বৰক বঞ্চিলেক আতিশয় ॥
গুৰু-ৰূপ-হৰি-পদ-সেৱা-অস্ত্ৰ ধৰি ।
সাৱধান হুয়া ছেদিয়োক মন-বৈৰী ॥
গুৰু-সেৱা বিনে আন যতেক উপায় ।
দুৰ্জ্জয় মনক আৰ জিনন নযায় ॥
হেন জানি গুৰু-পদ-সেৱা কৰি সাৰ ।
হৰিত ভকতি কৰি তৰিয়ো সংসাৰ ॥

ধৈলোঁ এহিমানে ভৰতৰ বচনক ।
কৰিলোঁহোঁ সমাপত গুৰু-মাহাত্ম্যক ॥
শুনিলাহা সবে গুৰু-সেৱাৰ মহত্ত্ব ।
জানিয়া গুৰুৰ সেৱা কৰিয়ো সতত ॥
জ্ঞান-দাতা গুৰু বিনে সেব্য নাহি আন ।
গুৰু-সেৱা বিনে ধৰ্ম্ম নাহিকে প্ৰধান ॥
সংসাৰক তাৰে গুৰু-চৰণ সেৱাই ।
হেনজানি গুৰু-সেৱা কৰিয়ো সদায় ॥
কহে ৰামচৰণে শুনিয়ো সাধুজন ।
গুৰুতৰ কাৰ্য্যত ইচ্ছুক ভৈলা মন ॥
মোক মহা অজ্ঞ জানি নধৰিবা দোষ ।
কৃষ্ণ-কথা শুনি হুয়ো পৰম সন্তোষ ॥
কলিত প্ৰধান ধৰ্ম্ম কৃষ্ণ-গুণ-নাম ।
জানিয়া সদায় সবে বোলা ৰাম ৰাম ॥

---

# দ্বিতীয় মাহাত্ম্য

## নৰ-শৰীৰৰ মহিমা

### দুলড়ি

আত অনন্তৰে নৰ-শৰীৰৰ
মহিমা কৰোঁ প্ৰকাশ ।
মনুষ্য-শৰীৰে হৰি-ভক্তি কৰি
সংসাৰ কৰে বিনাশ ॥

দেৱৰ বাঞ্ছনী নৰ-দেহা ইটো
পায়া আছে ভাৰতত।
কৃষ্ণ-সেৱা এৰি নানা কাৰ্য্য কৰি
ফুৰে নানা বিষয়ত ॥
হেনয় প্ৰমত্ত পুৰুষক নিন্দা
কৰা ভগৱন্ত হৰি।
একাদশ স্কন্ধে বিংশতি অধ্যায়
দেখিবা বিচাৰ কৰি ॥
উদ্ধৱক প্ৰতি মাধৱে বোলন্ত
শুনিয়োক মহাশয়।
পৰম দুৰ্ল্লভ নৰতনু নৌকা
সুলভে পাই আছয় ॥
পৰম উত্তম গুৰু ভৈলা আত
সুজান দৃঢ় কাণ্ডাৰ।
স্মৰণন্তে অনু- কূল বায়ু হুয়া
কৰো সংসাৰৰ পাৰ ॥
তথাপি সংসাৰ সাগৰ নতৰে
আত্মঘাতী সেহিজন।
উদ্ধৱৰ আগে কৈলা প্ৰতি প্ৰতি
ভগৱন্ত নাৰায়ণ ॥
তাতে নৱাধ্যায়ে কহে দত্তাত্ৰেয়ে
আগে যদু নৃপতিৰ।

অনেক জন্মৰ অন্তে পায়া আছে
দুৰ্লভ নৰ-শৰীৰ ॥
বিনাশী যদ্যপি সাধয় তথাপি
পুৰুষাৰ্থসমস্তক ।
নতু পৰে যাৱে শীঘ্ৰে যত্ন ভাৱে
কৰোক মোক্ষ-সুখক ॥
পশু-শৰীৰতো আছে জানা ইটো
বিষয়ৰ যত সুখ ।
যিটো ধীৰ হয় তেজিয়া বিষয়
তৰোক সংসাৰ দুখ ॥
তাহাতে বিংশতি অধ্যায়ে শুনিয়ো
বাক্য কৃষ্ণ-দেৱতাৰ ।
জ্ঞান-ভক্তি দুইকো সাধয় নিমিত্তে
প্ৰশংসন্ত বাৰম্বাৰ ॥
উদ্ধৱৰ আগে মাধৱে বোলন্ত
আতি শ্ৰেষ্ঠ নৰতনু ।
দেৱৰ বাঞ্ছনী পৰম দুৰ্লভ
নপায় জানা আৰু পুনু ॥
হেন নৰ-তনু পায়া ভাৰতত
নকৰি আমাত ৰতি ।
পৰম দুৰ্ঘোৰ নৰকত পৰি
ভুঞ্জয় ঘোৰ দুৰ্গতি ॥

পাছে দুঃখ পায়া বাঞ্ছে নৰ-কায়া
কৈসানি ভাৱত পাৰোঁ।
লভি নৰ-কায়া কৰি হৰি-সেৱা
যাতনা-দুঃখ এৰাৰোঁ ॥
নাৰকীসমস্তে বাঞ্ছে যেন মতে
নৰ-দেহা লভিবাক।
সেই মতে স্বৰ্গ- বাসীয়ো বাঞ্ছয়
জানা নিষ্ঠে নিষ্ঠে তাক ॥
নৰ-দেহা বিনে জ্ঞান-ভক্তি দুইকো
সাধিবাক নপাৰয়।
এতেকে নাৰকী স্বৰ্গীয়ো ইহাক
সদায় বাঞ্ছা কৰয় ॥
মোহোৰ স্বৰূপ লভিবাৰ হেতু
পায়া হেন নৰ-কায়।
ভকতৰ সঙ্গে মোৰ ভক্তি-ধৰ্ম্ম
কৰয় মাত্ৰ সদায় ॥
আত্মা অন্তৰ্য্যামী আনন্দস্বৰূপ
পাৱয় মোক সাক্ষাত।
এতেকে পৰম শ্ৰেষ্ঠ নৰতনু
কহিলোঁ মই তোমাত ॥
কৃষ্ণৰ বচন থৈলোঁ এহিমানে
শুনিলা সাধুসমস্ত।

জানিবা জীৱন পৰম দুৰ্ল্লভ
নৰ-দেহা ভাৰতত ॥
মুচুকুন্দ-বাক্যে শুনিয়োক আৰ
কথা নৰ-শৰীৰৰ।
দশম স্কন্ধত কৃষ্ণৰ আগত
কহিলন্ত নৃপবৰ ॥
শূকৰাদি কৰি সমস্ত যোনিতে
বিষয়ৰ সুখ পায়।
কৃষ্ণৰ চৰণ সেৱা কদাচিতো
নৰ-দেহা বিনে নাই ॥
এতেকে দুৰ্ল্লভ মনুষ্য-শৰীৰ
পায়া যিটো ভাৰতত।
অৱহেলা কৰি নভজে যদ্যপি
তজু পদ-কমলত ॥
সিটো মন্দমতি ভৈল অধোগতি
গৃহ-অন্ধকূপে পৰি।
তৃণৰ লোভত পৰিল গৰ্ত্তত
পশু যেন দাস্ত ভৰি ॥
ৰাজাৰ বচনে কহিলোহো যেন
কথা নৰ-শৰীৰৰ।
শুনিয়োক আৰো কহি আছা যেন
দত্তাত্ৰেয় ঋষিবৰ ॥

সপ্তম অধ্যায়ে একাদশ স্কন্ধে
দেখিবা বিচাৰ কৰি ।
যদু নৃপতিৰ আগত কহিলা
অৰ্থক উপসংহৰি ॥
মুকুতিৰ ইটো মেলান দুৱাৰ
ভাৰতে নৰ-শৰীৰ ।
হেন দেহা পায়া গৃহে কৰি ৰতি
নকৰি সেৱা হৰিৰ ॥
তাহাৰ নিস্তাৰ নাহিকয় আৰ
সংসাৰতে পৰি ৰৈলা ।
ভাৰ্য্যাত পুত্ৰত আসকতি কৰি
যেন পক্ষী নষ্ট ভৈলা ॥
সেই মতে সিটো সংসাৰে পৰিল
গৃহে কৰি আসকতি ।
এহিমানে দত্ত ঋষিৰ বচন
সংহৰি থৈলোঁ সম্প্ৰতি ॥
কহোঁ আৰে যম ৰাজাৰ বচন
নৰসিংহ-পুৰাণত ।
নাৰকীসৱৰ দুঃখ দেখি ৰাজা
কহন্ত সভা-মধ্যত ॥
পৰম শোভন নৰ-দেহা ইটো
জন্মিলেক পুণ্যবলে ।

ইন্দ্ৰিয়ৰ অৰ্থে নানা কৰ্ম্ম কৰি
নিলেক জন্ম বিফলে ॥
মুকুতিৰ পন্থ কৃষ্ণ-পদ-সেৱা
আত নকৰিলে ৰতি ।
ছাইৰ অৰ্থে যেন মলয়া চন্দন
দহিলে কোনো দুৰ্ম্মতি ॥
যমৰ বচন থৈলোঁ এহিমানে
দেৱৰ কহোঁ বচন ।
পঞ্চম স্কন্ধত প্ৰমত্ত নৰক
নিন্দা কৰে দেৱগণ ॥
জ্ঞান-ইন্দ্ৰি কৰ্ম্ম- ইন্দ্ৰি মহাভূত
সহিতে অতি সম্পূৰ্ণ ।
হেন নৰ-দেহ ভাৰত-ভূমিত
পায়া সুখে যিটো জন ॥
ভজিয়া হৰিক সংসাৰ-তৰিতে
নকৰে যিটো যতন ।
দুৰ্ঘোৰ সংসাৰ- পঙ্কত পৰিয়া
বন্দী ভৈলা যিটো জন ॥
বদ্ধ পক্ষী যেন ভৈলেক মেলান
এৰাইলা ব্যাধৰ হাত ।
প্ৰমত্তস্বৰূপে নিৰ্ভয়ে ক্ৰীড়য়
বৃক্ষতে পুনু সাক্ষাত ॥

ব্যাধে লাগ পাই বান্ধিলা দুনাই
দৃঢ়তৰ জৰি আনি।
সেহিমন্তে ইটো ঘোৰ সংসাৰত
বন্দী ভৈল সিটো প্ৰাণী ॥
ৰিংশতি অধ্যায়ে আছে ইটো কথা
কহিলো কৰি নিৰ্ণয়।
শুনা আৰে আৰো নাৰদী-পুৰাণে
নাৰদে যেন কহয় ॥
ভাৰতে দুৰ্ল্লভ নৰ-দেহা পায়া
কেশৱ নুসুমৰে।
সিটো জ্ঞানশূন্য অজ্ঞান পৰম
মূৰ্খ নাহি তাত পৰে ॥
শুনা ঋষিজাক কহো সত্য বাক
ক্ষণিক মনুষ্য-কায়।
এতেকে ইহাৰ কৃষ্ণ-সেৱা বিনে
অন্যত্ৰ কৰ্ত্তব্য নাই ॥
নাৰদ-বচন থৈলো এহিমানে
শুনা আৰো সাধুচয়।
চিত্ৰকেতু আগে অনন্ত ঈশ্বৰে
কহিলন্ত যেন নয় ॥
ষোড়শ অধ্যায়ে ষষ্ঠ স্কন্ধে আছে
জানিবা আক প্ৰত্যেক।

কহন্ত অনন্তে নর-দেহা বিনে
আছয় দেহ যতেক ॥
বিষয় ভোগাদি করিবে সমর্থ
হোবয় সিটোসকল ।
এতেকে কৃষ্ণর সেৱায়েসে মাত্র
মনুষ্য-দেহর ফল ॥
জ্ঞান-বিজ্ঞানক সাধয় শরীর
ভারত-ভূমিক পাই ।
কৃষ্ণর চরণ সেৱা করিবাক
যাহার যতন নাই ॥
নাপাইবে মুকুতি যাইবে অধোগতি
কহিলো ইটো নিশ্চয় ।
অনন্ত-বচন থৈলো এহিমানে
শুনিয়ো আরো নির্ণয় ॥
নর-দেহা পায়া কৃষ্ণ-চরণত
পশিয়া এক-শরণ ।
নভজয় যিটো নিন্দিত সেহিটো
জানা আক সর্ব্বজন ॥
এতেকে পরম যতন করিয়া
ভজিয়ো কৃষ্ণ-চরণ ।
তেজি আন আশ করিয়ো বিশ্বাস
হুয়োক এক-শরণ ॥

আন পৰিহৰি          লৈয়ো যত্ন কৰি
সাধু-সঙ্গ অবিশ্ৰাম।
গুচিবে দুৰ্গতি          লভিবা মুকুতি
বোলা সদা ৰাম ৰাম॥

---

# তৃতীয় মাহাত্ম্য

## সাধু-সঙ্গৰ মহত্ব

### পদ

নৰ-দেহা-মাহাত্ম্য কৰিলোঁ সমাপত।
কহো ইদানীক সাধু-সঙ্গৰ মহত্ব॥
ভকতিৰ মুখ্য হেতু সাধুৰেসে সঙ্গ।
শুনা আক সাধুজন কৰি মহা ৰঙ্গ॥
প্ৰথম স্কন্ধৰ অষ্টাদশ অধ্যায়ত।
শৌনকাদি ঋষি কহে সূতৰ আগত॥
শুনিয়োক সূত তুমি বচন আমাৰ।
আতি অল্প কাল সঙ্গ মহন্তসবৰ॥
স্বৰ্গ মোক্ষ তাহাৰ সমান নুহিকয়।
তোমাৰ আগত আমি কহিলোঁ নিশ্চয়॥
শৌনকাদি বাক্যে কৈলোঁ মহিমা সাধুৰ।
শুনা আৰো যেন কহি আছন্ত বিদুৰ॥

মৈত্রেয়ক প্রশংসিয়া বচন বোলন্ত ।
কৃষ্ণক পাইবাৰ পন্থ যভেক মহন্ত ॥
দেৱৰো দেৱতা তুমি জনার্দ্দন হৰি ।
সদায় পাৱয় তাঙ্ক মহাযত্ন কৰি ॥
তাসম্বাৰ সেৱা অল্প তপসীসৱৰ ।
পৰম দুৰ্ল্লভ জানিবাহা মুনিবৰ ॥
এতেকে লভিলোঁ মই দুৰ্ল্লভ জন্মক ।
এহিমানে থৈলো বিদুৰৰ বচনক ॥
তৃতীয় স্কন্ধৰ সপ্ত অধ্যায়ত আছে ।
কহিলো বিচাৰ কৰি দেখিবাহা পাছে ॥
মহন্তসৱৰ সঙ্গ অঙ্গ ভকতিৰ ।
কহন্ত কপিলে আক আগত মাতৃৰ ॥
পাঁচিশ অধ্যায়ে আছে তৃতীয় স্কন্ধতে ।
শুনিও ইহাক সাধুসব ভালমতে ॥
বোলন্ত শুনিও মাতৃ কহো স্বৰূপত ।
মোহোৰ একান্ত ভকতৰ প্ৰসঙ্গত ॥
হোৱয় উদ্ভৱ মোৰ কথা যত যত ।
কৰয় বেকত মোৰ মহিমা অনন্ত ॥
কৰ্ণৰ মনৰ আনন্দক দেই আতি ।
তাসম্বাৰ সঙ্গে যিটো শুনে কৰ্ণ পাতি ॥
মায়া-নিবৃত্তিৰ পন্থ যিটো মই হৰি ।
প্ৰথমতে শ্ৰদ্ধা মোত মিলে শীঘ্ৰ কৰি ॥

অনন্তৰে হোৱে ৰতি ভকতি আমাত।
অনুক্রমে হোৱে আসি কহিলো তোমাত ॥
সদায় হোৱয় যেবে সঙ্গ ভকতৰ।
তাকেসে বুলিয়ো মহা লাভ শ্রেষ্ঠতৰ ॥
এহিমানে থৈলো কপিলৰ বচনক।
চতুর্থ স্কন্ধত শুনা ধ্রুবৰ বাক্যক ॥
নৱম অধ্যায় আছে জানা নিষ্ঠ কৰি।
ভগৱন্ত আগে বাক্য বোলন্ত সাদৰি ॥
হে প্রভু অনন্ত অচ্যুত ভগৱন্ত।
পৰম নির্ম্মল যত একান্ত মহন্ত ॥
কৰয় সততে তাৰা ভকতি তোমাৰ।
হৌক মোৰ সদায় প্রসঙ্গ তাসম্বাৰ ॥
বুলিবা মুকুতি কিয় নোখোজা আমাত।
নলাগে খুজিবে তাক শুনিও সাক্ষাত ॥
সদায় থাকিয়া তযু ভক্তৰ সঙ্গত।
তযু কথামৃত পান কৰিবো সতত ॥
হৈবো মহামত্ত কথামৃত পান কৰি।
পাইবো পাৰ সুখে ভৱ সাগৰক তৰি ॥
সাধুৰ মহিমা কৈলো বচনে ধ্রুবৰ।
শুনিয়ো মহিমা আক বাক্যে মহেশৰ ॥
বোলন্ত কৃষ্ণক প্রভু তোমাৰ চৰণে।
শৰণ পশিল যিটো কায়-বাক্য মনে ॥

সিটোজনে এৰাইলেক সংসাৰৰ ভয়।
লভিলেক সিটো জনে লাভ অতিশয়॥
মোক্ষ আদি কৰি আছে পুৰুষাৰ্থ যত।
নাচয় সৎসঙ্গ আতি সম্বাৰো শিৰত॥
মহন্তজনৰ সঙ্গ অৰ্দ্ধ-ক্ষণমান।
তাকো স্বৰ্গপদ মোক্ষে নুহিকে সমান॥
মনুষ্যৰ ৰাজপদ আদি ভোগচয়।
নুহিকে সমান তাক কি কৈবে লাগয়॥
এতেক পৰম লাভ সঙ্গ ভকতৰ।
এহিমানে থৈলোহো বচন মহেশৰ॥
শুনা আবে ৰহূগণ ৰাজাৰ বচন।
পঞ্চম স্কন্ধৰ কথা আতি সুশোভন॥
ভৱাটবী বৰ্ণনাৰ অন্ত সময়ত।
ৰহূগণে বোলা বাক জড়ৰ আগত॥
বোলন্ত তোমাৰ পাদপদ্ম-ৰেণুচয়।
যিটো জনে শ্ৰদ্ধায়ে সততে উপাসয়॥
হোৱে তাৰ নিঃশেষ পাতকচয় যত।
অব্যভিচাৰিণী ভক্তি হোৱয় কৃষ্ণত॥
মোৰ মনে ইটো অদভুত নাহিকয়।
পাইলোহো আপুনি প্ৰমাণ আতিশয়॥
মহা অবিবেকী মই পৰম দুৰ্জ্জন।
অনেক দুষ্কৰ্ম্মে আতি বন্ধ মোৰ মন॥

তোমাত আলাপ ভৈল দণ্ড দুই মান ।
এতেকে গুচিল মোৰ যতেক অজ্ঞান ॥
তোমাৰ প্ৰসাদে বোধ জন্মিল আমাৰ ।
কি কহিবো মহন্তৰ মহিমা অপাৰ ॥
এহিমানে থৈলো ষডূগণৰ বচন ।
ভগৱন্ত-বাক্য আৰে শুনা সাধুজন ॥
কহিলা অক্ৰুৰ আগে দশম স্কন্ধত ।
জলময় শিলাময় তীৰ্থ দেৱ যত ॥
জানিবাহা তাৰা সবে তীৰ্থ দেৱ হয় ।
তথাপিতো সাধুসবে শ্ৰেষ্ঠ অতিশয় ॥
তীৰ্থে দেৱে চিৰকালে পবিত্ৰ কৰয় ।
দৰশনমাত্ৰে শুদ্ধ কৰে সাধুচয় ॥
দশম স্কন্ধত কৈলো বচন কৃষ্ণৰ ।
শুনা আৰো একাদশে বাক্য মাধৱৰ ॥
উদ্ধৱক প্ৰতি বাক্যে মাধৱে বোলন্ত ।
যাক প্ৰতি সন্ত-সূৰ্য্য উদয় ভৈলন্ত ॥
জ্ঞান আদি তাৰ নানা চক্ষু প্ৰকাশয় ।
সগুণ নিৰ্গুণ ভেদ ভক্তিৰ জানয় ॥
হোৱয় আদিত্য যেবে সাক্ষাতে উদয় ।
একে বস্তু মাত্ৰ চক্ষু প্ৰকাশ কৰয় ॥
ঘট-পট-জ্ঞানমাত্ৰ উপজে কেৱল ।
কৰিবাক নপাৰয় মনক নিৰ্ম্মল ॥

এতেকেসে সন্তে মাত্র দেৱতা বান্ধৱ।
সন্তে আত্মা সন্তে মই ঈশ্বৰ মাধৱ॥
শুনিয়ো উদ্ধৱ কিবা কহিবো বিস্তৰ।
অন্নেসে জীৱন যেন প্ৰাণী সমস্তৰ॥
অতি দুঃখিতৰ যেন মইসে শৰণ।
যেন পৰলোকত ধৰ্ম্মসে মাত্র ধন॥
সংসাৰত হন্তে ভয় ভৈলা যিটোজন।
সেহি মতে সন্ত মাত্র তাহাৰ জীৱন॥
পুনু সেহি একাদশে দ্বাদশ অধ্যায়ে।
শুনা আৰো যেন কহি আছে যদুৰায়ে॥
উদ্ধৱৰ আগে ভগৱন্ত দেৱহৰি।
কহন্ত ৰহস্য কথা অতি যত্ন কৰি॥
শুনিও উদ্ধৱ কহো অঙ্গীকাৰ কৰি।
আন ধৰ্ম্ম নুহিকয় সৎসঙ্গৰ সৰি॥
যোগ সাংখ্য যাগ ত্যাগ তপ তীৰ্থ-স্নান।
নিয়ম সংযম ব্রত জপ যজ্ঞ দান॥
অগ্নিহোত্র আদি কৰি আন ধৰ্ম্ম যত।
নকৰে সিমত মোক বশ্য স্বৰূপত॥
সাধু-সঙ্গে আমাক যিমতে কৰে বশ্য।
কহিলো তোমাত ইটো পৰম ৰহস্য॥
বৈষ্ণৱসৱৰ শ্রৱণে বা দৰশনে।
এতেকে হোৱয় শুদ্ধ মহা পাপীগণে॥

কৰে সম্ভাষণ আদি যেবে মহন্তক ।
তেবে আৰ কি কহিবো তাহাৰ ভাগ্যক ॥
সাধুসবে দিয়া সমাহিত উপদেশ ।
ছেদন্ত মনৰ যত সংশয় নিঃশেষ ॥
এতেকে দুঃসঙ্গ এৰি বুদ্ধিমন্তজন ।
সাধুৰ সঙ্গক মাত্র লৈবে সর্ব্বক্ষণ ॥
শুনিলাহা সবে ইটো কৃষ্ণৰ বচন ।
জানি কৰা সদা সাধু-সঙ্গক যতন ॥
সৎসঙ্গৰ কথা এহিমানে সংহৰিলো ।
পদ-বিস্তৰৰ ভয়ে আৰ নকহিলো ॥
মাজে মাজে সংহৰি কৰিলো পদচয় ।
নেদিবা ইহাত দোষ সাধুসমস্তয় ॥
নমো নমো কৃষ্ণ প্রভু পতিতপাৱন ।
তোমাৰ চৰণে মই লৈলোহো শৰণ ॥
কৰা কৃপা কৃপাময় অনাথক মোক ।
তোমাৰ ভক্তৰ সঙ্গ সদা মোৰ হোক ॥
এহিমানে প্রার্থো মই তোমাৰ চৰণে ।
বুলিয়োক ৰাম সবে সামাজিক জনে ॥

———

# চতুৰ্থ মাহাত্ম্য

## সন্তৰ লক্ষণ

### দুলড়ি

আত অনন্তৰে শুনা সব নৰে
লক্ষণ কহো সন্তৰ।
এঘাৰ অধ্যায়ে একাদশ স্কন্ধে
বচন কৃষ্ণদেৱৰ॥
বোলন্ত মাধৱে শুনিয়ো উদ্ধৱ
সন্তৰ কহো লক্ষণ।
প্ৰাণীসকলৰ দুঃখ সহিবাক
নপাৰয় সাধুজন॥
শক্তি অনুৰূপে কৰয় সবাকো
উপকাৰ সাধু নৰে।
মহা ক্ষমাশীল মন নিৰ্মল
অসূয়া কাকো নকৰে॥
একোৱে প্ৰাণীৰ দ্ৰোহ নকৰয়
পৰম-কোমল-চিত্ত।
নাহিকে বিকাৰ নেৰে সদাচাৰ
স্বধৰ্ম্মত ভৈলা থিত॥
ইন্দ্ৰিয়সৱক বশ্য কৰিলেক
সুখে দুঃখে ভৈলা সম।

একো কামে চিত্ত ছলিতে নপাৰে
সভ্যেসে বল পৰম ॥
লোক-চেষ্টা যত সবে তেজিলেক
অলপ ভৈলা আহাৰ।
বস্তু-পৰিগ্ৰহ নাহিকে সম্ভৱ
কহিলোহো সাৰে সাৰ ॥
মোক মাত্ৰ এক কৰিলে আশ্ৰয়
ভৈলা অতি সাৱধান।
মান্য লভিবাক বাঞ্ছা নকৰন্ত
আনক কৰন্ত মান ॥
আপদ কালত কৃপণ স্বভাৱ
নাহিকে সাধুসবৰ।
সংসাৰৰ ছয় উৰ্ম্মিক জিনিল
শোক মোহ নিৰন্তৰ ॥
পৰম সহন- শীল সাধুসব
জ্ঞানৱন্ত অতিশয়।
মহা কাৰুণিক বস্তু-লোভ এৰি
কৰুণায়ে প্ৰবৰ্ত্তয় ॥
কদাচিত লোক বঞ্চক সুহিকে
সাধুসব যত যত।
জ্ঞান-উপদেশ দিবাৰ সমৰ্থ
হোৱয় সাধু সমস্ত ॥

শুনা সখি আবে বেদৰূপে মই
কহি আছো ধৰ্ম্মগণ।
আচৰিলে গুণ আচৰিলে দোষ
জানিয়া আক বিজন ॥
ভকতিত সবে ধৰ্ম্ম সিদ্ধ হৈব
কৰিয়া দৃঢ় নিশ্চয়।
তেজি ধৰ্ম্ম সিটো মোক ভজে যিটো
সেহি সাধু মহাশয় ॥
আঠাইশ লক্ষণ পূৰ্ণ ভক্তজন
তেনয় ইটো উত্তম।
শুনিয়োক পুনু ভকত-লক্ষণ
আতি মহা শ্ৰেষ্ঠতম ॥
মইসে কেৱল জানা স্বৰূপত
সমস্তৰে অন্তৰ্য্যামী।
দেশে কালে মোৰ পৰিছিন্ন নাই
চিদানন্দ-ৰূপ আমি ॥
এহিমত ৰূপে ঈশ্বৰক মোক
যদিবা জানি নজানি।
ব্যভিচাৰশূন্য ভকতিয়ে মাত্ৰ
ভজে মোক যিটো প্ৰাণী ॥
সেহিটো আমাৰ উত্তম ভকত
কহিলোঁ মোৰ সম্মত।

ভকত্ত-লক্ষণ ঈশ্বৰে আপুনি
কহিলন্ত উদ্ধৱত ॥
ভাগৱত-শাস্ত্রে কৃষ্ণৰ বচনে
লক্ষণ কৈল সম্ভৱ।
পুৰাণান্তৰত সাধুৰ লক্ষণ
শুনিয়োক সবে নৰ ॥
ৰাম কৃষ্ণ হৰি অনন্ত মুৰাৰি
জগন্নাথ নাৰায়ণ।
মাধৱ মুকুন্দ গোপাল গোবিন্দ
বাসুদেৱ জনাৰ্দ্দন ॥
ইসব নামক কীৰ্ত্তন কৰয়
সৰ্ব্বদায়ে যিটো নৰে।
নাহিকে সংশয় জানিবা নিশ্চয়
বন্দনী ভৈলা সবাৰে ॥
দৈৱকীনন্দনে . অৰ্জ্জুনৰ আগে
বোলন্ত কৃষ্ণ বচন।
মোৰ কৃষ্ণ নাম পৰম মঙ্গল
গাৱে সদা সাধুজন ॥
সিটো মহন্তৰ সদায়ে মঙ্গল
নাহিকয় অমঙ্গল।
নাম এৰি আনো নকৰে ব্যাখ্যান
যতেক সাধুসকল ॥

যিটোজনে মোৰ ভকতক মাত্ৰ
আলাপ কৰি থাকয়।
সিটোজন জানা আমাৰ ভকত
কহিলোঁ মই নিশ্চয়॥
মোৰ ভকতক সদায়ে যিজনে
কৰিয়া থাকে ভকতি।
সিটোজন মোৰ পৰম বান্ধৱ
কহিলোহো প্ৰতি প্ৰতি॥
গুণময় কাম- ক্ৰোধ লোভ জিনি
যিটো জন মহাশয়।
মোহোৰ নামক বান্ধৱ বুলিয়া
সদায়ে মাত্ৰ গাৱয়॥
সিজনে যিমতে কৰে মোক প্ৰীতি
শুনিয়ো সখি অৰ্জ্জুন।
নপাৰে সিমত প্ৰীতি কৰিবাক
যদি জিনে ছয়ো গুণ।
ভক্তি-ৰত্নাকৰে ভকত-লক্ষণ
কহিলোহোঁ সাৱধানে।
সামাজিকজন কৃষ্ণৰ বচন
শুনিলাহা বিগুমানে॥
অৱগাহি মনে কৃষ্ণৰ চৰণে
শৰণ কৰিয়া সাৰ।

সাধু-সঙ্গ লোৱা কৃষ্ণ-গুণ গোৱা
তৰিয়ো ঘোৰ সংসাৰ ॥
ইটো জগতত নাহি সাৰ তত্ত্ব
বিনে মাধৱৰ নাম ।
এতেকে সমস্ত তেজিয়া সদায়
বুলিয়োক ৰাম ৰাম ॥

---

# পঞ্চম মাহাত্ম্য

## ঈশ্বৰ নির্ণয়

### পদ

আত অনন্তবে কহো ঈশ্বৰ-নির্ণয় ।
মহা গতি-দাতা যিটো দেৱ কৃপাময় ॥
জগতবে ভজনীয় দেৱতা পৰম ।
সংসাৰত দেৱ আৰ নাহি যাক সম ॥
তাহানে মাহাত্ম্য আবে কৰো নিৰূপণ ।
সাৱধান মনে শুনিয়োক সৰ্ব্বজন ॥
যাহাৰ শ্ৰীকৃষ্ণ নাম পৰম প্ৰখ্যাত ।
সৰ্গ বিসৰ্গাদি নৱ লক্ষণ সাক্ষাত ॥
কৰে লক্ষ্য মাত্ৰ কৃষ্ণ দেৱক নিশ্চয় ।
সিটো কৃষ্ণ জগতৰ কেৱলে আশ্ৰয় ॥

কৃষ্ণে সে পৰম ধন দেৱতাৰো দেৱ।
কৰোহো সদায় তান চৰণত সেৱ ॥
শুনিয়োক আৰে সবে বচন ব্ৰহ্মাৰ।
কৰন্ত কৃষ্ণত স্তুতি-নতি-নমস্কাৰ ॥
ভৈলন্ত কৃতাৰ্থ ব্ৰহ্মা ঈশ্বৰক জানি।
নাজানয় ঈশ্বৰক যিটো মূঢ় প্ৰাণী ॥
তাকে শোক কৰি ব্ৰহ্মা বচন বোলন্ত।
হে প্ৰভু কমললোচন ভগৱন্ত ॥
তোমাক বহুত কাল উপাসা কৰিলো।
আজি সে তোমাক মঞি সাক্ষাতে জানিলো ॥
তুমি সেকেৱলে সত্য সৱে মায়াময়।
তুমি বিনে সত্য আন বস্তু নাহিকয় ॥
এহি তযু তত্ত্বক যি জনে নজানয়।
এহি মহা দোষে ঘোৰ সংসাৰে ভ্ৰময় ॥
বুলিবা অসত্য যেবে হোৱয় জগত।
কিসক প্ৰকাশ তেবে সত্য হেন মত ॥
ইহাৰ উত্তৰ শুনিয়োক কৃপাময়।
মায়াৰ গুণক তুমি কৰিছা আশ্ৰয় ॥
তুমি সে প্ৰকাশ প্ৰভু কৰা বহু ৰূপে।
তুমি বিনে বস্তু নাই কহিলোঁ স্বৰূপে ॥
বুলিবাহা নজানিলা তুমিও সম্যকে।
যিটো ৰূপ তুমি দেখি আছাহা প্ৰত্যেকে ॥

ইটো ৰূপ আমাৰ কেৱলে গুণময় ।
ব্ৰহ্ম সে কেৱলে জানা নিৰ্গুণ হোৱয় ॥
হেন যদি বোলা শুনা উত্তৰ ইহাৰ ।
আতপৰে ভিন্ন ৰূপ নাহিকে তোমাৰ ॥
শুদ্ধ-সত্ত্ব অৱতাৰ আছয় যতেক ।
সবাৰো কাৰণ প্ৰভু তুমিসি প্ৰত্যেক ॥
তযু নাভি কমলত উপজিলো আমি ।
যিটো ব্ৰহ্ম নিৰ্গুণ সেইটো তুমি স্বামী ॥
ভৈলাহা বেকত অনুগ্ৰহে ভকতক ।
কৰিলো আশ্ৰয় মই এহিতো ৰূপক ॥
ভূত-প্ৰাণ-ইন্দ্ৰি যত সবাৰো কাৰণ ।
জগতকে স্ৰজা প্ৰভু তুমি নাৰায়ণ ॥
এতেকে সে জগতত ভিন্ন তুমি স্বামী ।
এতেকে সে আন ৰূপ নেদেখোহো আমি ॥
তুমিসি প্ৰকাশ কৰা কেৱল সাক্ষাত ।
কিঞ্চিতেকো ভেদ প্ৰভু নাহিকে ইহাত ॥
এতেকে তুমিসি মাত্ৰ আনন্দ পৰম ।
ভজিবেক যোগ্য প্ৰভু তুমিসি উত্তম ॥
তুমিসি নিৰ্গুণ হৰি আনন্দস্বৰূপ ।
নেদেখোহো মই আতপৰে আন ৰূপ ।
বুলিবাহা আন ৰূপ নাহিকে যদ্যপি ।
উপাধি-যুগুত ইটো হোৱয় তথাপি ॥

ইদানীক মাত্র দেখি মুহি পুৰাতন ।
ইহাৰ উত্তৰ শুনিয়োক নাৰায়ণ ॥
মুকুতি দিবাক প্ৰভি আমি সেৱকক ।
ধ্যানত দেখাইলা প্ৰভু পৰম ৰূপক ॥
উপাধি-যুগুত ৰূপ ধ্যানে দেখাইবাক ।
মুহিকে যুগুতি প্ৰভু জানো নিষ্ঠে তাক ॥
এহিতো মুকুতি সত্য তুমি নিৰঞ্জন ।
তুমি মাত্র সৰ্ব্বকালে সদা চিৰন্তন ॥
এতেকে তোমাক মাত্র কৰি নমস্কাৰ ।
সদায়ে সেৱিবো প্ৰভু চৰণ তোমাৰ ॥
বুলিবা ঈশ্বৰ বুলি মানা তুমি মোক ।
নকৰে আদৰ মোক কত কত লোক ॥
ইহাৰ উত্তৰ শুনিয়োক কৃপাময় ।
যিটো লোকসকলে তোমাক নাদৰয় ॥
নৰকৰ ভাগী সিয়ো হোৱয় কেৱল ।
নাহিকে তাহাৰ কদাচিতো আন ফল ॥
নানা কুতৰ্কাদি শাস্ত্রে ঈশ্বৰ খণ্ডয় ।
তাতে নিষ্ঠ ভৈলা যিটো লোক দুৰাশয় ॥
কৰয় নিষ্কাম কৰ্ম্ম নাদৰে তোমাক ।
শ্ৰবণাদি নকৰয় তোমাৰ কথাক ॥
তাহাৰ কেৱলে বাঞ্ছা নৰকেসে মাত্র ।
মুহিকয় অন্যত্র ফলৰ সিটো পাত্র ॥

তৃতীয় স্কন্ধৰ ইটো নৱম আধ্যায় ।
শুনিলা ব্রহ্মাৰ বাক্য যত সাধু নৰ ॥
অষ্টম স্কন্ধৰ কথা আবে শুনিয়োক ।
মাধৱক বোলন্ত ব্রহ্মাদি দেৱলোক ॥
শুনিয়ো পুৰুষোত্তম দেৱ সনাতন ।
তোমাৰেসে মূৰ্ত্তি ইটো সদা চিৰন্তন ॥
নাহি পৰিমাণ আৰ তোমাৰ ৰূপৰ ।
মুকুতিক ইচ্ছা কৰে যিটো সব নৰ ॥
বেদ-মত তন্ত্র-মত ধৰিয়া উপায় ।
এহিসে ৰূপক মাত্র পূজন্ত সদায় ॥
পৰম অপূৰ্ব্ব ইটো মূৰ্ত্তি শ্রেষ্ঠতৰ ।
নাহিকে তোমাৰ ৰূপ শ্রেষ্ঠ আতপৰ ॥
বুলিবাহা তোৰা সব দেৱতা উত্তম ।
তোৰা সবে পূজ্য ইটো প্রসিদ্ধ পৰম ॥
মই কেনমতে পূজ্য ভৈলো সমস্তৰ ।
ইহাৰ উত্তৰ শুনিয়োক দেৱবৰ ॥
তোমাৰ অন্তৰগত যত দেৱ আমি ।
তিনিলোক সহিতে তোমাত দেখো স্বামী
ইহাৰ কাৰণ শুনিয়োক নাৰায়ণ ।
বিশ্ব-মুৰ্ত্তি তুমি যিটো দেৱ সনাতন ॥
এতেকে তোমাৰ ইটো ৰূপ কৃপাময় ।
পৰিছিন্ন হুন্ত পৰিমাণ সুহিকয় ॥

ইটো জগতৰ তুমি আদি মধ্য অন্ত।
তুমি বিনে আন একো বস্তু নাহি সন্ত॥
যেন ঘট মাটি ব্যতিৰেকে আন নাই।
ঘট ভাঙ্গিলেও মাটি হোৱে সমুদায়॥
ঘটৰ পূৰ্ব্বত মাটি থাকে নিৰন্তৰে।
সেহি মতে তুমি প্ৰভু ইটো জগতৰে॥
আদি-অন্ত-মধ্যে তুমি থাকা সৰ্ব্বদায়।
তুমি ব্যতিৰেকে আৰ সত্য আন নাই॥
ব্ৰহ্মাদি দেৱৰ বাক্য থৈলোহো সাম্প্ৰত।
অষ্টম স্কন্ধত আছে ষষ্ঠ অধ্যায়ত॥
আছে দশমৰ চতুৰ্দ্দশ অধ্যায়ত।
ব্ৰহ্মাৰ বচন শুনিয়োক যেন মত॥
বৃন্দাবন-মধ্যে তুতি কৃষ্ণক কৰন্ত।
কৃষ্ণকেসে সত্য কৰি ব্ৰহ্মা নিৰূপন্ত॥
বোলন্ত তুমিসি মাত্ৰ সত্য আত্মা এক।
সুহিকয় সত্য আন বিকাৰী যতেক॥
জন্ম আদি তোমাৰ বিকাৰ নাহিকয়।
যিহেতু তুমিসি আদ্য কাৰণ নিশ্চয়॥
পুৰাণ পুৰুষ তুমি দেৱ সনাতন।
নাহি একো বিকাৰ তোমাত নাৰায়ণ॥
যিহেতু তুমিসি পূৰ্ণ সদা সুখময়।
অক্ষয় অচ্যুত তুমি যিহেতু নিশ্চয়॥

এতেকে তোমাৰ বুদ্ধি পৰিমাণ নাই।
নাহি ক্ষয় বিনাশ তোমাৰ সৰ্ব্বদায় ॥
তুমিসি অনন্ত আন্ত নাহিকয় ভেদ।
দেশে কালে তোমাৰ নাহিকে পৰিচ্ছেদ ॥
বস্তু পৰিচ্ছেদ প্ৰভু নকৰে তোমাক।
যিহেতু সদয় তুমি জানা নিষ্ঠে আক ॥
এতেকেসে তুমি পূৰ্ণ আন নাহি কেৱ।
তুমিসি প্ৰকাশ প্ৰভু দেৱতাৰ দেৱ ॥
উপাধি-ৰহিত তুমি দেৱ নিৰঞ্জন।
এতেকে তুমিসি সত্য প্ৰভু নাৰায়ণ ॥
গুৰুৰূপ আদি তত্ত্ব জ্ঞান-চক্ষু পাই।
এবম্বিধ তুমি সে ঈশ্বৰ সৰ্ব্বদায় ॥
আপোনাৰ স্বৰূপ কৰিয়া দেখে যিটো।
মিছা ভৱ-সাগৰক তৰে যেন সিটো ॥
পৰমাত্মা-জ্ঞানতে অজ্ঞান নিবৰ্ত্তয়।
আত্মাৰ স্বৰূপ জ্ঞান কিসক লাগয় ॥
হেন যদি বোলা শুনা ইহাৰ উত্তৰ।
ভৈলা পৰবুদ্ধি আত্মা অভ্যাসত যাৰ ॥
তাকে দূৰ কৰিবাক কৈলো ইটো জ্ঞান।
নাহি অজ্ঞ দেখা ইটো লোকৰ সমান ॥
তুমিসি কেৱল আত্মা প্ৰভু নাৰায়ণ।
তোমাত কৰিলে পৰবুদ্ধি অজ্ঞজন ॥

মিছা পৰ-দেহাদিক আত্মা কৰি মানে।
হিয়াত হৰাইলা তুমি তাহাক নজানে॥
বিচাৰিয়া ফুৰয় আত্মাক বাহিৰত।
আশ্চৰ্য্য অজ্ঞান আতি দেখা কেন মত॥
বুলিবাহা অজ্ঞানীৰ হেনয় অৱস্থা।
জ্ঞান ভৈলে মোক্ষ পাবে কোন ইটো কথা॥
কিসক কহিলা তেবে ভকতি পূৰ্ব্বত।
ইহাৰ উত্তৰ শুনিয়োক যেনমত॥
হাতে পোৱা যেন কৰি কৈলোঁ যদি জ্ঞান।
তথাপিতো প্ৰভুদেৱ শুনা বিদ্যমান॥
তোমাৰ চৰণ দুই পঙ্কজ বিশেষ।
তাৰ এক দেশে প্ৰসাদৰ এক লেশ॥
দিয়া যাক অনুগ্ৰহ কৰা কৃপাময়।
তযু মহিমাৰ তত্ত্ব সেহিসে জানয়॥
আনমতে সঙ্গ এৰি যদি বিচাৰয়।
চিৰকালো তথাপি তোমাক নজানয়॥
এতেকে ভকতি শ্ৰেষ্ঠ কহিলোহোঁ সাৰ।
ভকতিসে হেতু প্ৰভু তোমাৰ কৃপাৰ॥
ব্ৰহ্মাৰ বচন ইটো থৈলোঁ এহিমানে।
শুনা আবে শুকৰ বচন সাৱধানে॥
কৃষ্ণৰ মহিমা শুক ৰাজাত কহন্ত।
নাহি যাৰ প্ৰমাণ নিৰ্গুণ ভগৱন্ত॥

গুণৰ নিয়ন্তা কৃষ্ণ অব্যয় ঈশ্বৰ।
ভৈলা ব্যক্ত নিস্তাৰ কাৰণে জগতৰ ॥
কাম, ক্রোধ, ভয়, স্নেহ সুহৃদতা ভাৱে।
যথা তথা প্রকাৰে কৃষ্ণত গতি পাৱে ॥
ভকতি কৰয় মুহি সম্বন্ধ কৰয়।
এতেকে কৃষ্ণৰ ৰূপ অৱশ্য পাৱয় ॥
নকৰিবা সংশয় কৃষ্ণত নৃপবৰ।
যোগেশ্বৰ সমস্তৰ কৃষ্ণেসে ঈশ্বৰ ॥
পৰম ঈশ্বৰ কৃষ্ণ দেৱ ভগৱন্তে।
স্থাৱৰ পর্য্যন্তে গতি পাৱে যাত হন্তে ॥
অখিল জীৱৰ আত্মা কৃষ্ণ কৃপাময়।
জগতৰ হিত অর্থে জানিবা নিশ্চয় ॥
মায়ায়ে মনুষ্য যেন প্রকাশ কৰন্ত।
জগত কাৰণ কৃষ্ণ দেৱ ভগৱন্ত ॥
স্থাৱৰ-জঙ্গম সবে ৰূপ মাধৱৰ।
কৃষ্ণ বিনে আন নাহি জানা নৃপবৰ ॥
যাতো কৃষ্ণ কাৰণৰো কাৰণ নিশ্চয়।
এতেকেসে কৃষ্ণ বিনে বস্তু নাহিকয় ॥
উপসংহৰিয়া কহো প্রকৰণ অর্থ।
কৃষ্ণসে পৰম দেৱ জানা পৰমার্থ ॥
তান এক শৰণে অযত্নে মোক্ষ হয়।
ৰাজাত কহন্ত শুকে কৰিয়া নির্ণয় ॥

মুৰাৰিৰ পাদ-পল্লৱক যিটো জনে।
কৰিলে আশ্ৰয় আসি কায় বাক্য-মনে॥
তাৰ ভৱসিন্ধু বৎস-পদ সম হয়।
অনায়াসে পৰম্পদ বৈকুণ্ঠ লভয়॥
নাসে পুনৰপি সিটো বিষয়পদক।
এহিমানে থৈলো শুকদেৱ বচনক॥
দশম স্কন্ধৰ চতুৰ্দ্দশ অধ্যায়ত।
আছে ইটো কথা জানিবাহা সাধু যত॥
আৰে একাদশ স্কন্ধে কৃষ্ণৰ আগত।
উদ্ধৱে বোলন্ত বাক্য হুয়া অৱনত॥
ব্ৰহ্মা আদি দেৱতাৰো পৰম ঈশ্বৰ।
অতি প্ৰিয়তম তুমি সবে জগতৰ॥
যত ভক্ত আছে বলি প্ৰহ্লাদ আদি কৰি।
কৰি আছা অনুগ্ৰহ তুমি দেৱ হৰি॥
সমস্ত অৰ্থক দিয়া ভজন্তাজনক।
যিটো জনে জানে ইটো তোমাৰ গুণক॥
হেন ঈশ্বৰক তেজি কোন দুৰাশয়।
ঐশ্বৰ্য্যৰ অৰ্থে অন্য দেৱক ভজয়॥
যিটো ঐশ্বৰ্য্যক পাইলে তোমাক পাসৰে।
এতেকে তাহাক নবাঞ্ছয় সাধুনৰে॥
বুলিবাহা সিসব সাধন ব্যতিৰেক।
কেনমতে সিটো ঐশ্বৰ্য্যক লভিবেক॥

ইহাৰ উত্তৰ শুনিয়োক নাৰায়ণ।
তোমাৰ চৰণ ৰজ সেৱে যিটো জন॥
কিবা তাৰ নভৈল সকলে পূর্ণ ভৈল।
তোমাৰ প্রসাদে কৃতকৃত্য হৈয়া ৰৈল॥
থৈলোঁ সংহৰিয়া ইটো উদ্ধৱ বচন।
পিঙ্গলা বেশ্যাৰ বাক্য শুনা সর্ব্বজন॥
মাধৱৰ পাদ-পদ্মে পশিয়া শৰণ।
আপুনি মনত গুণি বোলন্ত বচন॥
যদি হেন বাক্য আসি বোলে কোন জন।
আছয় বহুত ব্রহ্মা আদি দেৱগণ॥
একে কৃষ্ণকেসে মাত্র সেৱাৰ নিমিত্তে।
কিসক যতন তই কৰ একচিত্তে॥
ইহাৰ উত্তৰ মই কহোঁ যেনমত।
যিটো জীৱ পৰি আছে সংসাৰ-কূপত॥
ঘোৰ কাল-সর্পে তাতে কৰিলে দংশন।
বিষয়-বিষত আতি ভৈল অচেতন॥
হেনয় জীৱক তাৰিবেক কোন দেৱ।
কৃষ্ণবিনে মই নেদেখোহোঁ আন কেৱ॥
এতেকে কৃষ্ণত মই লৈলোহোঁ শৰণ।
এহিমানে থৈলোঁ ইটো পিঙ্গলা-বচন॥
কৃষ্ণক ভজিল বেশ্যা কৰিয়া নিশ্চয়।
ঈশ্বৰ কৃষ্ণক যিটো জনে নভজয়॥

বেশ্যাতো অধম জানিবাহা সিটো জন।
এতেকে কৃষ্ণত সৰে লৈয়োক শৰণ।
চতুর্থ স্কন্ধত আৰো অষ্টম অধ্যায়।
সুনীতি বোলন্ত বাক্য ধ্রুৱক বুজাই॥
শুন পুত্র ধ্রুৱ ভই বচন আমাৰ।
বিচাৰিয়া যাক মই কৰিলোহো সাৰ॥
তোৰ দুঃখ-ছেদকাৰী কৃষ্ণবিনে কেৱ।
জানা নিষ্ঠ কৰি নাই নাই আন দেৱ॥
যি লক্ষ্মীক আশা কৰে ব্রহ্মা আদি কৰি।
কৃষ্ণক সেৱন্ত তেহো হাতে পদ্ম ধৰি॥
জানি সর্ব্বোত্তম দেৱ ভজিয়ো কৃষ্ণক।
এহিমানে থৈলো সুনীতিৰ বচনক॥
সেহি চতুর্থতে একাদশ অধ্যায়ত।
স্বয়ম্ভু মনুৰ বাক্য ধ্রুৱৰ আগত॥
বোলন্ত শুনিয়ো ৰাজা বচন আমাৰ।
কি কার্য্যে কৰাহা ইটো যক্ষক সংহাৰ॥
যক্ষক কৰাহা ক্রোধ বুলি ভ্রাতৃ-বৈৰী।
নিমিত্তসে মাত্র যক্ষ মাৰিলন্ত হৰি।
ঈশ্বৰত বিনে কেৱে কাকো নমাৰয়।
সবাৰো ঈশ্বৰ কর্ত্তা জানিবা নিশ্চয়॥
বুলিবা ঈশ্বৰ কর্ত্তা হোৱয় যদ্যপি।
অহঙ্কাৰ আদি মায়া তেজিবে তথাপি॥

নপাৰোহোঁ আমি আৰে কি কৰিবো আত।
শুনিও ইহাৰ কহোঁ উপায় তোমাত ॥
যিটো কৃষ্ণ পৰম আশ্রয় জগতৰ।
ভকতৰ মোক্ষৰূপ মৃত্যু অভক্তৰ ॥
কায়-বাক্য-মনে লোৱা তাহাত শৰণ।
অহঙ্কাৰ গুচি তেবে শুদ্ধ হইবে মন ॥
যেন নাক বিন্ধি বলধক থোৱে বান্ধি।
সেহিমতে ব্রহ্মাদি দেৱক নামে ছান্দি ॥
কৰি আছা আজ্ঞা প্রভু যাক যেনমতে।
কৰিবাক লাগি আছে কৰ্ম্ম সেহিমতে ॥
এতেকে জানিবা কৃষ্ণ সৰ্ব্বোত্তম দেৱ।
তাহান চৰণে মাত্র সদা কৰা সেৱ ॥
মনুৰ বচনচয় এহিমানে থৈলো।
কৃষ্ণে মাত্র পৰম ঈশ্বৰ আকে কৈলো ॥
অষ্টম স্কন্ধত শুনা চবিবশ অধ্যায়।
কৃষ্ণক কৰন্ত স্তুতি সত্যব্রত ৰায় ॥
কৃষ্ণে মহাগুৰু কৃষ্ণে পৰম ঈশ্বৰ।
ইহাকে কৰন্ত নিৰূপণ নৃপবৰ ॥
দেৱ গুৰু বন্ধুগণ আছয় যতেক।
যদি সবে মিলি যত্ন কৰয় অনেক ॥
তথাপিতো প্রভু নপাৰয় সাধিবেক।
তযু প্রসাদৰ লক্ষ ভাগযো ভাগেক ॥

পৰম ঈশ্বৰ তুমি প্ৰভু নাৰায়ণ ।
তোমাৰ চৰণে মই লৈলোহো শৰণ ॥
সত্যব্ৰত নৃপতিৰ থৈলোহো বচন ।
কৃষ্ণেসে পৰম দেৱ জানা সৰ্ব্বজন ॥
শুনা আৰো বৃহত নাৰদী পুৰাণত ।
নাৰদে কহন্ত ঋষিসবৰ আগত ॥
শুনিয়োক ঋষিসব বচন আমাৰ ।
উৰ্দ্ধবাহু কৰি মই কৰো অঙ্গীকাৰ ॥
সত্যে সত্যে সত্যে মই কহো সাৰতৰ ।
নাহি আন শ্ৰেষ্ঠ দেৱ কেশৱত পৰ ॥
বেদবিনে আন শাস্ত্ৰ শ্ৰেষ্ঠ নাহিকয় ।
তোমাসাৰ আগে ইটো কহিলো নিশ্চয় ॥
নানাবিধ জন্তুৰ আছয় খোজ যত ।
সমস্তে লুকায় যেন হস্তীৰ খোজত ॥
ইটো চৰাচৰ বিশ্ব জানা সেহিমতে ।
হোৱে লীন একমাত্ৰ ঈশ্বৰ কৃষ্ণতে ॥
নাৰদ বচন ইটো থৈলোহো সংহৰি ।
কৃষ্ণ মাত্ৰ শ্ৰেষ্ঠ দেৱ জানা নিষ্ঠ কৰি ॥
পাণ্ডৱী-গীতাত ইটো বিদুৰ বচন ।
শুনিয়োক সৱে সাৱধান কৰি মন ॥
বিদুৰে বোলন্ত সৱে শাস্ত্ৰক চাহিলো ।
পুনু পুনু সাৰশেষে বিচাৰ কৰিলো ॥

এহিমানে মাত্র সর্ব্ব শাস্ত্রৰ নিৰ্ণয় ।
নাৰায়ণ দেৱ সদা আৰাধ্য হোৱয় ॥
পাণ্ডৱী-গীতাত আৰো ব্যাসে কহিলন্ত ।
বিদুৰে কহিলা যত সবে যুক্তিমন্ত ॥
সত্যে সত্যে সত্যে কহিলোহো সাৰেসাৰ
কেশৱত পৰে দেৱ শ্ৰেষ্ঠ নাহি আৰ ॥
নাহিকয় শাস্ত্ৰ আৰু বেদত অপৰ ।
থৈলো এহিমানে ইটো বচন ব্যাসৰ ॥
সমস্ত শাস্ত্ৰৰ সাৰ উদ্ধাৰিয়া আনি ।
দেখাইলা বিদিত কৰি দেৱ চক্ৰপাণি ॥
যিটো শাস্ত্ৰ কহিলন্ত দৈৱকী-তনয় ।
সেহি মাত্ৰ শাস্ত্ৰ এক জানিবা নিশ্চয় ॥
দৈৱকীৰ পুত্ৰ এক কৃষ্ণ মাত্ৰ দেৱ ।
কৰ্ম্ম একমাত্ৰ সেই দেৱতাৰ সেৱ ॥
মন্ত্ৰো এক তান নাম কৃষ্ণ দেৱতাৰ ।
ভগৱন্তে ইটো কৰিলন্ত সাৰোদ্ধাৰ ॥
আছিল পৰমহংস ভট্টাচাৰ্য্য যতি ।
নামত শঙ্কৰ তান শুনিয়োে সম্মতি ॥
বোলন্ত যাহাৰ মুখে সদা অল্প-হাস ।
হাতে চাৰু চক্ৰ ধৰি কৰন্ত প্ৰকাশ ॥
চাৰু নখচয় চন্দ্ৰসম প্ৰকাশয় ।
দূৰ কৰে ভকতসবৰ তাপচয় ॥

দেৱৰ ঈশ্বৰ যত ব্ৰহ্মা আদি কৰি।
তাসম্বাৰো বন্দনী হৱন্ত যিটো হৰি ॥
ভুজঙ্গ-শয্যাত যিটো শয়ন কৰন্ত।
ত্ৰিজগত-পতি এক দেৱ ভগৱন্ত ॥
হেন বিশ্বনাথ কৃষ্ণকেসে কৰো সেৱ।
নমানো নমানো হৰি বিনে আন দেৱ ॥
শঙ্কৰ আচাৰ্য্য মত ভুজঙ্গ-প্ৰয়াত।
কহিলোহো সাধুসৱ শুনিলা সাক্ষাত ॥
বুজিবা মনতে সৱে কৰিয়া নিশ্চয়।
কৃষ্ণবিনে আন দেৱ শ্ৰেষ্ঠ নাহিকয় ॥
কৃষ্ণেসে ভজনী দেৱ জানা নিষ্ঠকৰি।
ত্ৰৈয়োক শৰণ সৱে আন পৰিহৰি ॥
দুৰ্ঘোৰ সংসাৰ তেবে তৰিবাহা সুখে।
পাইবা পৰম পদ ৰাম বোলা মুখে ॥

---

## ছুলড়ি

কৃষ্ণেসে পৰম ভজনী দেৱতা
কৃষ্ণে দাতা মহাগতি।
নাহিকয় আন দেখাওঁ বিদ্যমান
দেৱৰ বাক্যে সম্প্ৰতি ॥

বৃত্র অসুৰৰ হাৰিয়া যুদ্ধত
কৃষ্ণক স্তুতি কৰয় ।
তুমি নিজানন্দ লাভে পূৰ্ণ কাম
ৰাগ আদি নাহিকয় ॥
এতেকে তোমাৰ নাহি অহঙ্কাৰ
কৌতূহল বিষয়ত ।
হেনয় পৰম ঈশ্বৰ তোমাক
তেজিয়া অন্য দেৱত ॥
লৱয় শৰণ যিটো দুষ্টজন
মহা অজ্ঞ সেহি নৰ ।
যেন কুকুৰৰ লাঙ্গুত ধৰিয়া
তৰিতে চাহে সাগৰ ॥
কদাচিতো যেন সাগৰ তৰিতে
নপাৰয় সিটো নৰ ।
সেহিমতে আন দেৱক ভজিয়া
নতৰে দুঃখ-সাগৰ ॥
দেৱৰ বচন থৈলো এহিমানে
শুনা আৰো সাধু নৰ ।
কৰন্ত কৃষ্ণক স্তুতি দুয়ো দেৱে
ব্ৰহ্মা আৰো মহেশ্বৰ ॥
বোলন্ত কৃষ্ণক ইটো জগতক
কৰাহা তুমি পালন ।

তোমাতে উপজে হোৱে লীন আসি
তোমাতেসে নাৰায়ণ ॥
বুলিবাহা প্ৰভু ব্ৰহ্মায়ে স্ৰজন্ত
মহেশে কৰা সংহাৰ ।
বিষ্ণুসে পালন্ত এতেকে প্ৰসিদ্ধ
ইটো স্তুতি তোমাসাৰ ॥
মোক কেনে তোৰা ইটো স্তুতি কৰা
শুনিয়ো উত্তৰ আৰ ॥
তোমাৰ মায়ায়ে অতিশয়ৰূপে
হৰিল জ্ঞান যাহাৰ ।
সিজনে তোমাক দেখে নানামত
নেদেখয় সাধুজন ।
বুলিবা দৈৱকী- পুত্ৰ মোক কিয়
কৰাহা ইটো বৰ্ণন ॥
ইহাৰ সিদ্ধান্ত শুনা ভগৱন্ত
নুহিকা কাহাৰো সুত ।
সমস্ত লোকৰ কল্যাণৰ অৰ্থে
ধৰিছা ৰূপ অদ্ভুত ॥
কেৱলে স্বৰূপ আত্মা তুমি মাত্ৰ
অন্তৰ্য্যামী নাৰায়ণ ।
মহন্তসৱৰ সুখক বঢ়াবা
নাশিবা দুষ্ট দুৰ্জ্জন ॥

দশম স্কন্ধৰ দ্বিতীয় অধ্যায়ে
আছে জানা ইটো কথা।
আৰে আঠত্রিশ অধ্যায়ে শুনিয়ো
দশম স্কন্ধতে তথা॥
গোকুলক যান্তে অক্রূৰে বোলন্ত
ভৈলা মোৰ মহাভাগ।
ঈশ্বৰ কৃষ্ণৰ চৰণক আজি
প্রণামিবে পাইবো লাগ॥
যিটো চৰণক ব্রহ্মা আদি দেৱে
সদায়ে পূজা কৰন্ত।
লক্ষ্মী মহামুনি ভকত সকলো
যাহাক সদা সেৱন্ত॥
অনুচৰ সমে গৰু চাৰি বনে
ভ্রমন্ত ভক্তবৎসল।
গোপীৰ কুচৰ কুঙ্কুমে মিশ্রিত
কৃষ্ণৰ পদ-কমল॥
পতিত পাৱন কৃষ্ণৰ চৰণ
যাত তীর্থ প্রভৱয়।
কল্পতৰু-প্রায় সেৱকসৱৰ
পূৰে মনোৰথচয়॥
ইটো সংসাৰৰ মাজে একমাত্র
কৃষ্ণ-চৰণেসে সাৰ।

ভৱকূপে পৰি আছে যত জন<br>
তাহাকো কৰে উদ্ধাৰ ॥

আন শ্বেত ছত্রে একে ৰজাৰেসে<br>
কোনো তাপ মাত্র হৰে ।

কৃষ্ণ-পদ-ছত্রে নিশেষ তাপকে<br>
হৰে সবে সেৱকৰে ॥

এতেকে প্রসিদ্ধ ছত্রত কৰিয়া<br>
কৃষ্ণৰ পদ উত্তম ॥

হেন কৃষ্ণ পদ পঙ্কজ দেখিবো<br>
সাফল মোৰ জনম ॥

অক্রূৰৰ বাক্য থৈলোহো সংহৰি<br>
শুনিও বাক্য দক্ষৰ ।

চতুর্থ অধ্যায়ে ষষ্ঠ স্কন্ধে আছে<br>
জানিবাহা সাধুনৰ ॥

মাধৱক প্রতি দক্ষ প্রজাপতি<br>
বোলন্ত বাক্য বিনয় ।

হে ভগৱন্ত মনোৰথ মোৰ<br>
সাফলিও আতিশয় ॥

হেন বা বুলিবা তোমাৰ সদৃশ<br>
সকামী যত আছয় ।

গণপতি আদি নানা দেৱতাক<br>
প্রার্থনা সদা কৰয় ॥

তাসম্বাক এৰি কিসক আমাক
কৰাহা তুতি প্ৰাৰ্থনা।
ইহাৰ সিদ্ধান্ত কহে আৰে মই
যিটো মুঢ় অজ্ঞ জন ॥
যেই যেই দেৱ মানস কৰয়
তাৰ বুদ্ধি অনুসাৰে।
সেই সেই দেৱ ৰূপক ধৰিয়া
প্ৰকাশ কৰা ঈশ্বৰে ॥
যেন বায়ু নানা পুষ্প গন্ধ লৈয়া
বাসে নানা গন্ধচয়।
পৃথিবীৰ ধূলা ধৰি একে বায়ু
নানাৰূপে প্ৰকাশয় ॥
সেহিমতে হৰি দেৱৰূপ ধৰি
দিয়া যাক যেন ফল।
হেনয় ঈশ্বৰে মনোৰথ যত
কৰিয়ো মোৰ সফল ॥
ইসৱ বচন শ্ৰৱণত ভৈল
এহিসে মাত্ৰ নিৰ্ণয়।
কৃষ্ণেসে পৰম উপাস্য দেৱতা
ভজনীয় অতিশয় ॥
এতেকে কৃষ্ণক যিটো উপাসয়
পশিয়া এক শৰণ।

পৰম পণ্ডিত পাৱয় কৃষ্ণভ
অনায়াসে সিটো জন ॥
আন মতে কদা- চিত্তো নপাৱয়
দুৰ্ল্লভ পৰম গতি ।
ভৈল ইটো দেৱ- নিৰ্ণয়-মাহাত্ম্য
এহিমানে সমাপতি ॥
শুনা সৰ্ব্বজন হুয়া এক মন
শৰণ লৈয়ো কৃষ্ণত ।
কৃষ্ণবিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি
জানা ইটো সাৰতত্ত্ব ॥
সমস্ত শাস্ত্ৰৰ পৰম সম্মত
কৃষ্ণেসে পৰম দেৱ ।
জানিয়া যতনে কৃষ্ণৰ চৰণে
সদায় কৰিয়ো সেৱ ॥
নমো নমো কৃষ্ণ হুয়োক প্ৰসন্ন
মই অধমক প্ৰতি ।
যেন মোৰ মনে তোমাৰ চৰণে
কৰে সৰ্ব্বকালে ৰতি ॥
তযু গুণ-নাম ধৰ্ম্ম অনুপম
মুখে মোৰ নচাৰোক ।
এৰি আন কাম বোলা ৰাম ৰাম
যত সামাজিক লোক ॥

— × —

# ষষ্ঠ মাহাত্ম্য

## শ্ৰৱণ

### পদ

ঈশ্বৰ কৃষ্ণৰ গুণ-নামৰ কৰ্ম্মৰ।
শ্ৰৱণ-মাহাত্ম্য আবে শুনা সবে নৰ ॥
যেন মতে কৰিবাক লাগয় শ্ৰৱণ।
পৰীক্ষিত-বাক্যে তাৰ শুনিয়ো কাৰণ ॥
দশম স্কন্ধত আছে প্ৰথম অধ্যায়।
শুকত বোলন্ত বাক্য পৰীক্ষিত ৰায় ॥
মায়ায়ে ধৰিছা যিটো মনুষ্য ৰূপক।
হেনয় কৃষ্ণৰ কহিয়োক চৰিত্ৰক ॥
বহিৰ্ম্মুখ অহঙ্কাৰী লোকসমস্তক।
কালৰূপে দেন্ত সদা ঘোৰ সংসাৰক ॥
অন্তৰ্দৃষ্টি-লোক যত কৃষ্ণক জানন্ত।
তাসম্বাক অন্তৰ্য্যামী ৰূপে মোক্ষ দেন্ত ॥
এতেকেসে অন্তৰ্দৃষ্টি হুয়া একমনে।
কৰিব শ্ৰৱণ কৃষ্ণ-চৰিত্ৰ যতনে ॥
থৈলোঁ পৰীক্ষিতৰ বচন এহিমানে।
শুনা আবে শ্ৰৱণৰ ফল সাৱধানে ॥
প্ৰথম স্কন্ধৰ দ্বিতীয় অধ্যায়ত তথা।
শৌনকৰ আগত কহন্ত সূতে কথা ॥
শুনে কৃষ্ণ কথা যিটো কৰিয়া যতন।
তাহাৰ হিয়াত প্ৰবেশিয়া নাৰায়ণ ॥

মহন্তয় হিতকাৰী দেৱ দামোদৰ।
কামাদি বাসনা তাৰ হৰা নিৰন্তৰ॥
শুনন্তে কৃষ্ণৰ কথা সাধুৰ সঙ্গত।
পৰম নিশ্চল ভক্তি হোৱয় কৃষ্ণত॥
ৰজ-তম-বৃত্তি কাম লোভ আদি যত।
পুনৰ্ব্বাৰ উদভৱ নুহিকে চিত্তত॥
হোৱে শুদ্ধ-সত্বে স্থিতি অতি অনুপম।
সমস্ততে হন্তে মন হোৱে উপশম॥
এহিমতে মাধৱৰ ভকতি-যোগত।
ভৈল যাৰ মন মহা প্ৰসন্ন সতত॥
এতেকে সবাতে মুক্ত ভৈল সিটোজন।
হোৱন্ত ঈশ্বৰে আসি সাক্ষাত প্ৰসন্ন॥
গুচে অহঙ্কাৰ ছিন্দে যতেক সংশয়।
কৰ্ম্মৰ বাসনা মানে সবে হোৱে ক্ষয়॥
আত্মা-ঈশ্বৰত মাত্ৰ দৃষ্টি হোৱে তাৰ।
কৃষ্ণ-কথা-শ্ৰৱণৰ মহিমা অপাৰ॥
কহিলোহো ফল কৃষ্ণ-কথা-শ্ৰৱণৰ।
এহিমানে থৈলো ইটো বচন সূতৰ॥
অষ্টম অধ্যায়ে আছে দ্বিতীয় স্কন্ধত।
পৰীক্ষিতে কহিলন্ত শুকৰ আগত॥
ঈশ্বৰ কৃষ্ণৰ লীলা-চৰিত্ৰ যি জন।
পৰম শ্ৰদ্ধায়ে সদা কৰন্ত শ্ৰৱণ॥

অতি অল্প কালে আসি তাহার হিয়াত।
হয়ন্ত ভগৱন্ত কৃষ্ণ প্রকাশ সাক্ষাত॥
কর্ণরন্ধ্রে পশি কৃষ্ণ হৃদয়-কমল।
বাসনা সহিতে মল হরন্ত সকল॥
হরয় শরতে যেন জলর মলক।
সেহিমতে করা দূর সমস্ত পাপক॥
বারিবার জল চাৱে করিতে নির্ম্মল।
কোনো দ্রব্য মিশ্র করি কলসর জল॥
কেৱলে তাহাক মাত্র করয় শোধিত।
নদী-নদাদিক শুদ্ধ নপারে করিত॥
কুম্ভর জলর মল সাঙ্গে সুগুচয়।
কলসর তলে মল পরিয়া থাকয়॥
কলস লারিলে জল হোৱে পূর্ব্বৱত।
এহিমত তপ-দান আদি ধর্ম্ম যত॥
সবারো সমস্তে পাপ নকরে শোধিত।
কোনো পুরুষর মাত্র পাতক কিঞ্চিত॥
করয় শোধিত আক জানিবা নিশ্চয়।
পাপর বাসনা তার চিত্তত থাকয়॥
পুনরপি চিত্ত আসি চলে পুরুষর।
তুনাই পূর্ব্বৱত পাপী হোৱে সিটো নর॥
হিয়াত ঈশ্বর কৃষ্ণ প্রবেশমাত্রকে।
হরয় সবারে যত পাপসমস্তকে॥

জলৰ মলক যথা শৰতে হৰয় ।
এতেকেসে কৃষ্ণ-কথা যি জনে শুনয় ॥
হোৱয় কৃতার্থ আতি প্রসাদে কৃষ্ণৰ ।
সমস্তে ক্লেশতে মুক্ত হোৱে সিটো নৰ ॥
অতিশয় শুদ্ধ-চিত্ত হুয়া সিটো জন ।
ক্ষণেক নেৰয় আৰ কৃষ্ণৰ চৰণ ॥
যেন প্রবাসত নৰে পাইলা নানা দুঃখ ।
গৃহক আসিয়া পাছে পাইলা মহা সুখ ॥
দুনাই যেন সিটো আৰ নেৰয় গৃহক ।
সেহিমতে নেৰে সিটো কৃষ্ণ-চৰণক ॥
শৌনকে বোলন্ত বাক্য আগত সূতৰ ।
বিফলে হৰন্ত সূৰ্য্যে আয়ু জগতৰ ॥
যিটো জনে একমনে শুনে কৃষ্ণ কথা ।
তাহাৰেসে আয়ু মাত্র সাফল সৰ্ব্বথা ॥
অন্যত্র লোকৰ আয়ু হোৱয় বিফল ।
কৃষ্ণ-কথা শুনি আয়ু কৰিয়ো সফল ॥
শৌনক-বচন ইটো থৈলো এহিমানে ।
সূতৰ বচন আৰে শুনা সাৱধানে ॥
অষ্টম অধ্যায়ে আছে প্রথম স্কন্ধত ।
বোলন্ত শুনিয়ো শৌনকাদি ঋষি যত ॥
তোমাসাৰ আগে কিবা কহিবো বিস্তৰ ।
এহিমানে কৰ্ত্তব্য জানিবা মনুষ্যৰ ॥

কহো তোমাসাত সাৰ সমস্ত শাস্ত্ৰৰ।
যিটো যিটো কথা কথনীয় মাধৱৰ॥
সিসবে তাকেসে শুনিবেক নিৰন্তৰ।
কৃষ্ণৰ ভক্তিক বাঞ্ছে যেই সেই নৰ॥
পঞ্চম অধ্যায়ে আছে তৃতীয় স্কন্ধত।
বিদুৰে বোলন্ত বাক্য মৈত্ৰেয় আগত॥
শুনিয়োক মহা ঋষি সত্ৰত তোমাৰ।
কৃষ্ণৰ অমৃত কথা হোৱয় প্ৰচাৰ॥
কি কহিবো সিটো কৃষ্ণ-কথাৰ মহত।
যিটো পুৰুষৰ গৈয়া পশিল কৰ্ণত॥
পুৰুষক যিটো গৃহে কৰাবে সংসাৰ।
হেনয় গৃহৰ বন্ধ ছিন্দয় তাহাৰ॥
গাৱয় সদায় যাক নাৰদাদি মুনি।
নহৈব তৃপিত কোন জনে তাক শুনি॥
বিদুৰৰ বচনক থৈলোহো সাম্প্ৰত।
মনুৰ বচন শুনা চতুৰ্থ স্কন্ধত॥
বোলন্ত স্বয়ম্ভু মনু বচন ধ্ৰুৱক।
ক্ৰোধে নষ্ট কৰে পুৰুষৰ শ্ৰেয়সক॥
হেন জানি ক্ৰোধ তুমি কৰা পৰিহাৰ।
পৰম কুশল হোক সাম্প্ৰতে তোমাৰ॥
বুলিবাহা ক্ৰোধ যদি হোৱে অপকাৰী।
তথাপিতো ইটো ক্ৰোধ এৰিবে নপাৰি

শুনা উপদেশ সাৰ ধ্ৰুৱ মহাশয় ।
শুনিয়ো বিস্তৰ কৰি কৃষ্ণ-কথাচয় ॥
ক্ৰোধ-দুঃখ গুচি তেবে হৈবেক কল্যাণ ॥
ঔষধে কৰয় যেন ৰোগক নিৰ্য্যাণ ॥
মনুৰ বচন আৰে এহিমানে থৈলো ।
কৃষ্ণ-কথা-শ্ৰৱণৰ মহিমাক কৈলো ॥
ব্ৰহ্মাৰ বচন আৰে শুনা সাৱধানে ।
বোলন্ত ব্ৰহ্মায়ে মাধৱৰ বিদ্যমানে ॥
সুগন্ধ যশস্যা তযু পদ-পঙ্কজৰ ।
বেদৰূপে বায়ু নিয়ে কৰ্ণৰ গোচৰ ॥
লয়ে ঘ্ৰাণ কৰ্ণ নাসিকায়ে যিটো তাৰ ।
সেহি মহা ভক্তে ধৰে চৰণ তোমাৰ ॥
হৃদয়-পদ্মৰ পৰা সিটো ভকতৰ ।
নপাৰা এৰাইতে নাথ থাকা নিৰন্তৰ ॥
যিটো জনে শ্ৰদ্ধাভাৱে শুনে তযু কথা ।
প্ৰকাশ কৰাহা তাৰ হৃদয় সৰ্ব্বথা ॥
থৈলো এহিমানে ইটো ব্ৰহ্মা-বাক্যচয় ।
তৃতীয় স্কন্ধত আছে নৱম অধ্যায় ॥
আৰে ধ্ৰুৱ-বাক্যে শুনিয়োক সৰ্ব্বজন ।
কৃষ্ণৰ আগত ধ্ৰুৱে বোলন্ত বচন ॥
হে প্ৰভু তযু পদ-পঙ্কজ-ধ্যানত ।
যিটো সুখ পায়ে দেহধাৰীসৱ যত ॥

তোমাৰ ভক্তৰ সঙ্গে তযু কথাচয় ।
শ্ৰৱণ কৰন্তে যিটো সুখক লভয় ॥
মোক্ষ-অৱস্থাতো সিটো সুখ নাহিকয় ।
কাল খড়্গে যিটো স্বৰ্গ-সুখক ছেদয় ॥
কি কহিবো তাত সিটো সুখ নাহিকয় ।
কামাদিৰ অৰ্থে যিটো তোমাক অৰ্চ্চয় ॥
কহিলো নিশ্চয়ে সিটো পৰম দুৰ্ম্মতি ।
নিষ্কামে কৰয় যিটো তোমাত ভকতি ॥
নিষ্ট কৰি কৈলো সিটো পৰম মহন্ত ।
ঈশ্বৰ কৃষ্ণৰ আগে ধ্ৰুৱে কহিলন্ত ॥
চতুৰ্থ স্কন্ধত আক দেখিবা বিচাৰি ।
নিষ্কামে ভজিয়ো জানি ঈশ্বৰ মুৰাৰি ॥
সেই চতুৰ্থতে আৰো বিংশতি অধ্যায় ।
ঈশ্বৰ কৃষ্ণক স্তুতি কৰে পৃথু ৰায় ॥
কৈৱল্যৰ পতি তুমি পৰম ঈশ্বৰ ।
তোমাত খুজিবে কোন জনে আন বৰ ॥
সামান্য যোনিতো পাই বিষয়ৰ ভোগ ।
এতেকে তোমাত প্ৰাৰ্থিবাৰ নুহি যোগ ॥
হেনসে বুলিবা তুমি অগতিৰ গতি ।
আমাক বুলিলা তুমি কৈৱল্যৰ পতি ॥
জানো মুকুতিক বাঞ্ছা কৰা নৃপবৰ ।
মোৰ অভিপ্ৰায় কহো শুনিয়ো ঈশ্বৰ ॥

তোমাৰ ভক্তৰ মুখে তযু কথামৃত ।
শ্ৰৱণ কৰিতে নপায় যিটো মুকুতিত ॥
কদাচিতো সিটো মুকুতিক বাঞ্ছা নাই ।
মাগো এক বৰ মই তোমাত গোসাই ॥
মহন্তৰ মুখে তযু যশ অমৃতক ।
শুনো সুখে দিয়া মোক অযুত কৰ্ণক ॥
বুলিবাহা কেৱে নতু খোজে হেন বৰ ।
কিবা কাম মোহোৰ চিন্তাত অন্যত্ৰৰ ॥
অতিশয় শ্ৰদ্ধা মোৰ এহিসে বৰক ।
এহিমানে থৈলো ইটো পৃথু বচনক ॥
দ্বিতীয় অধ্যায়ে শুকে দ্বিতীয় স্কন্ধত ।
কৰা অভিনন্দা শ্ৰৱণৰ ফল যত ॥
মহন্তৰ আত্মা কৃষ্ণ তান কথামৃত ।
কৰ্ণাঞ্জলি ভৰি যিটো পিয়ে প্ৰতিনিত ॥
বিষয়-দূষিত মন মলিন পৰম ।
কৰয় পবিত্ৰ তাক হোৱয় উত্তম ॥
চলে সুখে কৃষ্ণ পাদ-পদ্ম সমীপক ।
এহিমানে থৈলো ইটো শুকৰ বাক্যক ॥
দশম স্কন্ধত শুনা প্ৰথম অধ্যায় ।
শুকক বোলন্ত বাক্য পৰীক্ষিত ৰায় ॥
যদি মোক অনুগ্ৰহ কৰা মুনিবৰ ।
কহা তেবে কৃষ্ণৰ চৰিত্ৰ মনোহৰ ॥

যিটো কৃষ্ণ-চৰিত্ৰ শুনন্তে পুৰুষৰ ।
নানাবিধ তৃষ্ণা দূৰ হোৱয় মনৰ ॥
হোৱে অল্পকালে শুদ্ধ চিত্ত অতিশয় ।
কৃষ্ণ চৰণত প্ৰেম ভকতি-মিলয় ॥
হোৱয় সখিত্ব কৃষ্ণ দাসৰ লগত ।
কৃষ্ণ-কথা শ্ৰৱণৰ কি কৈবো মহত ॥
কহিয়োক শুনো হেন কৃষ্ণ-গুণগণ ।
এহিমানে থৈলো পৰীক্ষিতৰ বচন ॥
চতুৰ্থ অধ্যায় আৰো দ্বাদশ স্কন্ধত ।
শুকৰ বচন পৰীক্ষিতৰ আগত ॥
বোলন্ত শুনিয়ো ৰাজা পৰম মহন্ত ।
কৃষ্ণ-কথা কহি কোনে কৰিবেক অন্ত ॥
মতি অনুসাৰে কৈলো কৃষ্ণ-কথাচয় ।
সাৱশেষে কহিব ব্ৰহ্মায়ো নপাৰয় ॥
হেন বা হৈবেক শঙ্কা নৃপতি তোমাৰে ।
নিঃশেষে কহিবে যদি ব্ৰহ্মায়ো নপাৰে ॥
তেবে কৃষ্ণ-কথা শুনিবাৰ কোন কাজ ।
ইহাৰ উত্তৰ শুনিয়োক মহাৰাজ ॥
সংসাৰ সাগৰ ইটো পৰম দুস্তৰ ।
ইহাত পৰিয়া জীৱ আছে নিৰন্তৰ ॥
নানা বিধ দুঃখে ভৈল দাৱানল প্ৰায় ।
কৰে অতিশয় পীড়া জীৱক সদায় ॥

হেন ভৱসিন্ধু তৰিবাক যিটো চায়।
কৃষ্ণ-লীলা-কথাবিনে আন নৌকা নাই ॥
এতেকেসে যাৰ যেন মতি অনুসাৰে।
কৃষ্ণ-লীলা-কথা মাত্ৰ শ্ৰৱণী সন্নাৰে ॥
শুকদেৱ-বচনক থৈলো এহিমানে।
জানি সবে কৃষ্ণ-কথা শুনা সাবধানে ॥
কহোঁ আবে তৃতীয়ত তত্ত্বৰ বচন।
ঈশ্বৰ কৃষ্ণক স্তুতি কৰে তত্ত্বগণ ॥
হে প্ৰভু কৃষ্ণ তযু তেজিয়া ভকতি।
কেৱলেসে কৰে মাত্ৰ কৰ্ম্মতেসে ৰতি ॥
তযু পাদ-পদ্ম তাৰ থাকন্তো হিয়াত।
দূৰতে বিদূৰ হোৱে কহিলো সাক্ষাত ॥
বুলিবা ভক্তৰো সেহিমতে দূৰ হৌক।
ইহাৰ উত্তৰ প্ৰভুদেৱ শুনিয়োক ॥
ইন্দ্ৰিয়সকলে হৰিলেক যাৰ মন।
নজানে তোমাক বহিৰ্মুখ সিটো জন ॥
ফুৰে বিষয়ত মত্ত হুয়া অতিশয়।
এতেকে তোমাৰ ভকতক নেদেখয় ॥
সিটো মত্তসৱক নচাৱে মহাজনে।
নিশ্চয় কহিলো ইটো আমি তত্ত্বগণে ॥
যিটো জনে তযু ভকতক নেদেখয়।
তাৰ আৰ কৈত ভকতৰ সঙ্গ হয় ॥

তযু ভকতৰ সঙ্গ নভৈল যাহাৰ।
সুহিকে তোমাৰ কথা শ্ৰৱণ তাহাৰ ॥
এতেকেসে তযু পদ-পঙ্কজ দুতয়।
হৃদয়ত থাকন্তে বিদূৰ অতিশয় ॥
তযু ভকতৰ সঙ্গ তযু কথামৃত।
পৰম শ্ৰদ্ধায়ে পান কৰে প্ৰতিনিত ॥
বঢ়ায়া ভকতি যিটো শুদ্ধ ভৈলা মন।
বৈৰাগ্য সহিতে জ্ঞান লভি সিটো জন ॥
অতি অনায়াসে পাৱে তযু বৈকুণ্ঠক।
এহিমানে থৈলো তত্ত্বসবৰ বাক্যক ॥
চতুৰ্থ স্কন্ধত আৰো বাইশ অধ্যায়ত।
সনকাদি-বাক্য পৃথু ৰাজাৰ আগত ॥
ৰাজাৰ প্ৰশ্নক কৰি প্ৰশংসা অশেষ।
মোক্ষৰ সাধন সব্ দেন্ত উপদেশ ॥
ৰাজাক বোলন্ত মাধৱৰ গুণগণ।
পৰম শ্ৰদ্ধায়ে সদা কৰন্ত শ্ৰৱণ ॥
কৰ্ম্মৰ বাসনা নষ্ট হোৱে সমুদায়।
হোৱয় পৰম চিত্ত শুদ্ধ অতিশয় ॥
মিলয় বৈৰাগ্য আদি বিষয় সুখত।
হোৱে দৃঢ় ৰতি কৃষ্ণ-চৰণ-পদ্মত ॥
এহি মহা মুকুতিৰ সাধন নিশ্চয়।
ইহাত অধিক আৰ আন নাহি কয় ॥

শাস্ত্ৰক বিচাৰ কৰি যত মহাজন ।
কহি আছে দৃঢ় কৰি মোক্ষৰ সাধন ॥
হেনবা বুলিবা ইটো দুৰ্ল্লভ পথম ।
শুনিয়োক কহো আৰ উত্তৰ উত্তম ॥
হোৱয় শ্ৰৱণ মাত্ৰ উত্তমসত্বৰ ।
চিত্তশুদ্ধি অনুসাৰে হোৱে অন্যত্ৰৰ ॥
সাধনৰ তাৰতম্যে বাঢ়য় ভকতি ।
তেবে কৃষ্ণ পাদপদ্মে হোৱে দৃঢ় ৰতি ॥
দেহ-ইন্দ্ৰি-ধনাদিত যাৰ আসকতি ।
তাসম্বাৰ প্ৰসঙ্গত নকৰিব ৰতি ॥
থাকিব সদায় মাত্ৰ নিৰ্জ্জন স্থানত ।
আচৰিব পৰমহংসৰ ধৰ্ম্মমত ॥
জীৱৰ হিতক মাত্ৰ সাধিবাক মনে ।
নিয়ম সংযম আদি ৰাখিব যতনে ॥
নকৰিব নিন্দা আন পন্থ সমস্তক ।
যোগৰ ফলৰ অৰ্থে তেজিব কৰ্ম্মক ॥
আত্মযোগ-নিষ্ঠ হৈব কামনা এৰিব ।
শীত-উষ্ণ আদি যত দুঃখক সহিব ॥
যোগেশ্বৰ সমস্তক উপাসা কৰিব ।
এহিমতে আন যত ধৰ্ম্ম আচৰিব ॥
অপায় যেবে হৰিগুণ-অমৃত-পানক ।
আচৰিব তেবেসে ইসৱ সাধনক ॥

হৰিগুণ-অমৃত-পানক যেবে পায়।
ইসব সাধনে তেবে প্ৰয়োজন নাই ॥
ভকতিৰ অন্তৰ্গত যত ধৰ্ম্মচয়।
এতেকে শ্ৰৱণমাত্ৰে সবে সিদ্ধি হয় ॥
হৰিগুণ ভকতৰ কৰ্ণ-অলঙ্কাৰ।
বাঢ়য় ভকতি অতি শ্ৰৱণে ইহাৰ ॥
বিনাশী বস্তুত মানে হোৱে বিৰকতি।
পূৰ্ণব্ৰহ্ম কৃষ্ণত হোৱয় দৃঢ়মতি ॥
এহিমানে থৈলো সনকাদিৰ বাক্যক।
সমাপত কৰিলো শ্ৰৱণ মাহাত্ম্যক ॥
সংহৰি কৰিলো পদ বিস্তৰক ভয়।
নেদিবা ইহাত দোষ সাধু-সমস্তয় ॥
কৃষ্ণ-কথা-শ্ৰৱণে হৰয় যত দোষ।
জানি কৃষ্ণ-কথা শুনি হুয়োক সন্তোষ ॥
বিনাশী দেহৰ অৰ্থে তেজিয়ো যতন।
মহাযত্নে কৃষ্ণ-পাৱে পশিয়ো শৰণ ॥
সাধুৰ সঙ্গত সদা কৰিয়োক ৰতি।
ৰাম চৰণ দীনে বোলে গুচোক দুৰ্গতি ॥

—※—

## সপ্তম মাহাত্ম্য

### হৰি-কীৰ্ত্তন

#### দুলড়ি

অনন্তৰে হৰি- কীৰ্ত্তন মাহাত্ম্য
কহোঁ শুনা সাধুজন।
শৌনকাদি ঋষি পৰম হৰিষি
সূতক বোলে বচন॥
কৃষ্ণ-গুণ-যশ শ্ৰৱণ কৰিতে
উৎসুক অতি মনত।
পৰম হৰিষে কৰস্ত বিদিত
নামৰ মহিমা যত॥
শুনিয়োক সূত পৰম অদ্ভুত
মহিমা হৰি-নামৰ।
পৰম দুৰ্ঘোৰ ইটো সংসাৰক
পায়া আছে যিটো নৰ॥
অশ্ৰদ্ধায়ে যদি হৰিৰ নামক
কৰয় মুখে কীৰ্ত্তন।
এভেকতে সত্তে সংসাৰত হন্তে
মুক্ত হোৱে সিটোজন॥
যাৰ নাম শুনি যম-কাল-আদি
হোৱয় আপুনি ভয়।
হেনয় কৃষ্ণৰ কহিয়ো চৰিত্ৰ
তুমি সূত মহাশয়॥

প্ৰথম স্কন্ধত প্ৰথম অধ্যায়ে
জানা আছে ইটো কথা।
কৃষ্ণ গুণগণ যত্নে সৰ্ব্বজন
কীৰ্ত্তন কৰা সৰ্ব্বথা॥
দ্বিতীয়ত আৰো নাম-কীৰ্ত্তনৰ
মহিমা শুনা সাক্ষাত।
সমস্ত শাস্ত্ৰৰ নিৰ্ণীত বচন
কহন্ত শুকে ৰাজাত॥
সকামীসকলে পাৱে কৰ্ম্মফল
হৰিৰ নাম কীৰ্ত্তনে।
নামৰ কীৰ্ত্তনে মোক্ষ-ফল পাৱে
যতেক মুমুক্ষুগণে॥
মুক্তসকলৰ এহিমানে ফল
হৰিৰ নাম-কীৰ্ত্তন।
প্ৰমাণত পূৰ্ণ প্ৰমাণ নাহিকে
কহিলোঁ-মিষ্টে বচন॥
শুকৰ বচন থৈলো এহিমানে
শুনা আৰো সাধুজন।
তৃতীয় স্কন্ধত নৱম অধ্যায়ে
বোলন্ত ব্ৰহ্মা বচন॥
জন্ম-কৰ্ম্ম-আদি একো নাহিকয়
যিটো কৃষ্ণ দেৱভাৱ।

তাৰ ইটো নামে　　　প্ৰকাশয় মাত্ৰ
গুণ-কৰ্ম্ম-অৱতাৰ ॥
সেহি নামচয়　　　মৃত্যুকালে যিটো
হেলায়ে কীৰ্ত্তন কৰে।
এতেকে অনেক　　　জন্মৰ পাতক
সত্তে তেজি লিটো নৰে ॥
পূৰ্ণ পৰব্ৰহ্ম　　　স্বৰূপ পাৱয়
আনন্দৰ নাহি পাৰ।
হেনয় কৃষ্ণৰ　　　চৰণ-পদ্মত
কৰো মই নমস্কাৰ ॥
ব্ৰহ্মাৰ বচন　　　থৈলো এহিমানে
শুনা আৰো তৃতীয়ত।
কপিলৰ আগে　　　দেৱহূতি-বাক্য
তিনিত্ৰিশ অধ্যায়ত ॥
বোলন্ত গোসাঁই　　　তোমাৰ নামক
আকস্মিতে মনে স্মৰে।
শ্ৰৱণ কীৰ্ত্তন　　　কৰে কদাচিতো
মুহিবা আদৰ কৰে ॥
কুকুৰক খায়　　　হেনয় চণ্ডাল
শুদ্ধ হোৱে অতিশয়।
সোম-পান কৰে　　　যিটো মহা যজ্ঞ
তাক প্ৰতি যোগ্য হয় ॥

৫

তোমাৰ নামৰ অনন্ত মহিমা
আশ্চৰ্য্য অতি পৰম।
নাম মাত্ৰ লৈলে চণ্ডাল দেহতে
হোৱে আতি শ্ৰেষ্ঠোত্তম ॥
তপ জপ তীৰ্থ যজ্ঞ বেদ-পাঠ
আদি ধৰ্ম্ম যত যত।
যিহেতু তোমাৰ নাম-কীৰ্ত্তনৰ
হুয়া আছে অন্তৰ্গত ॥
এতেকে চণ্ডাল ভৈল পূজ্যোত্তম
নামৰ কীৰ্ত্তন কৰি।
এহিমানে ইটো দেৱহূতি বাক্য
থৈলোহো উপসংহৰি ॥
পঁচিশ অধ্যায় পঞ্চম স্কন্ধত
নামৰ শুনা মহত্ত্ব।
অনন্তক স্তুতি কৰন্ত নাৰদে
ব্ৰহ্মাৰ সভা-মধ্যত ॥
বোলন্ত ঈশ্বৰ তোমাৰ নামৰ
আশ্চৰ্য্য অতি মহত্ত্ব।
মহা পাতকীয়ো অকস্মাতে নাম
গাৱয় শুনি আনন্ত ॥
সুহি স্বৰ তাপ পীড়া পায়া তযু
নামক স্মৰে দুঃখত।

পৰিহাস কৰি হেলায়ে নামক
কীৰ্ত্তন কৰে মুখত ॥
সিটো শুদ্ধ হৈব কৈবো কিবা কথা
যিবা হেতু সেহি নৰে।
অশেষ জন্মৰ যত পাপ মানে
তেখনে সবে সংহৰে ॥
হেন ভগৱন্ত অনন্তক এৰি
মুকুতিক বাঞ্ছি মনে।
আনক আশ্ৰয় কৰিবেক গৈয়া
কোননো মুমুক্ষুজনে ॥
নাৰদৰ বাক্য থৈলো এহিমানে
শুনিয়ো বাক্য শুকৰ।
ৰাজাক বোলন্ত কহিলো তোমাত
মহিমা প্ৰিয়ব্ৰতৰ ॥
তান ৰথ-চক্ৰে সাগৰ ভৈলেক
শুনিলা তাক সম্প্ৰতি।
কৃষ্ণ-সেৱকৰ কাৰ্য্যত আশ্চৰ্য্য
নাহিকে জানা নৃপতি ॥
কৃষ্ণ-পদ-ৰজ সেৱায়ে জিনিল
ছয় ইন্দ্ৰি যিটো জনে।
হেনয় বৈষ্ণৱ ৰাজাৰ কৰ্ম্মত
নকৰিবা শঙ্কা মনে ॥

আকেসে পৰম আশ্চৰ্য্য মানোহো
জানিবা ৰাজা নিশ্চয় ।
কৃষ্ণৰ নামক উচ্চাৰি বাৰেক
চণ্ডালো শুদ্ধ হোৱয় ॥
শুক-বাক্য থৈলো নামৰ কহিলো
আশ্চৰ্য্য মহিমা অতি ।
নামৰ কীৰ্ত্তনে জগত নিস্তৰে
জাতি কিবা অন্ত্যজাতি ॥
জানি সৰ্ব্বজনে পৰম যতনে
তেজি আন যত কাম ।
কৃষ্ণৰ চৰণে ধৰি দৃঢ় মনে
সদা বোলা ৰাম ৰাম ॥

---

পদ

আশ্চৰ্য্য মহিমা আৰো নাম-কীৰ্ত্তনৰ ।
বিষ্ণু-দূত-বাক্যে কহোঁ শুনা সবে নৰ ॥
ষষ্ঠ স্কন্ধে আছয় দ্বিতীয় অধ্যায়ত ।
দেখিয়া বিচাৰ কৰি সাধুসৱ যত ॥
অতি মহা পাতকী ব্ৰাহ্মণ অজামিল ।
মৃত্যু-বেলা পুত্ৰ নাৰায়ণক ডাকিল ॥
ডাক শুনি শীঘ্ৰে আসি পাৰিষদ চাৰি ।
বাখিলা দ্বিজক যম-কিঙ্কৰক মাৰি ॥

যমৰ দূতক পাছে দিলন্ত উত্তৰ।
হেনবা বুলিবি তোৰা যমৰ কিঙ্কৰ ॥
মহাপাপী আক বান্ধি নেও যাভনাক।
তোৰাসবে কেন ক্রোধ কৰা আমাসাক ॥
শুন যম-দূত-সৱ ইহাৰ উত্তৰ।
ইটো বিপ্রে কোটি জনমৰ পাতকৰ ॥
কৰিলেক প্রায়শ্চিত্ত জানা সাৰেসাৰ।
যিহেতু হৰিৰ নাম কৰিলে উচ্চাৰ ॥
প্রায়শ্চিত্ত ভৈলা মাত্র হৰি-নাম স্মৰি।
কিন্তু মোক্ষ সাধিলেক জান নিষ্ঠ কৰি ॥
দুই গুটি অক্ষৰ হৰি-নামক যিজন।
একবাৰ মুখে মাত্র কৰিলে কীৰ্ত্তন ॥
এতেকে মোক্ষক যাইবে ভৈলা কাচপাৰ।
হৰিৰ নামৰ মহা মহিমা অপাৰ ॥
বুলিবি হৰিৰ নাম উচ্চাৰি মুখত।
কৰ্ম্ম-সাঙ্গ কৰে ইটো শাস্ত্রৰ সম্মত ॥
স্বতন্ত্রে হৰিবে পাপ নাম কেন কৰি।
ইহাৰ সিদ্ধান্ত শুন শঙ্কা পৰিহৰি।
পাপ হৰিবাক পাৰে অভ্যাসে নামৰ।
ইটো দ্বিজে উচ্চাৰিলে চাৰিও অক্ষৰ ॥
আইস নাৰায়ণ বুলি আৰ্ত্তনাদ কৰি।
ডাকিলে হৰিক ইটো পুত্র-নাম ধৰি ॥

সমস্তে পাপৰ প্ৰায়শ্চিত্ত কৰিলেক।
অনায়াসে বিপ্রে মুকুতিক সাধিলেক ॥
যেন ক্ষুদ্র মৃগে নাদ শুনিয়া সিংহৰ।
মহা ত্রাস হুয়া গুচি পলায় অৰণ্যৰ ॥
সেহি মতে নাম শুনি পাতক পলায়।
নামবিনে শ্রেষ্ঠ প্রায়শ্চিত্ত আৰ নাই ॥
কৰ্ম্মকো কৰয় সাঙ্গ নামে মাধৱৰ।
স্বতন্ত্রে পাপৰো প্রায়শ্চিত্ত শ্রেষ্ঠতৰ ॥
যেন সংযোগত জলে কাৰ্য্যক সাধয়।
পৃথকে জলত স্নান পানাদি কৰয় ॥
সেহি মতে হৰি নামে কৰ্ম্মসাঙ্গ কৰে।
কেৱলেও প্রায়শ্চিত্ত সমস্তে পাপৰে ॥
বুলিবি শ্রদ্ধায়ে ইটো মহাপাপচয়।
সহস্র সহস্র বাৰ কৰিয়া আছয় ॥
কোটি প্রায়শ্চিত্তে গুচাইবাক নপাৰয়।
কেনমতে একে নামে পাপ ভৈল ক্ষয় ॥
ইহাৰ সিদ্ধান্ত কওঁ শুন যমদূত।
হৰিৰ নামৰ মহা মহিমা অদ্ভুত ॥
ব্রাহ্মণৰ সুবৰ্ণক যিটো চুৰি কৰে।
সুৰা-পান মিত্র-দ্রোহ পাতক আচৰে ॥
গো-বধ ব্রহ্ম-বধ পিতৃ-বধ কৰে।
স্ত্রী-বধ ৰাজ-বধ গুৰু-ভাৰ্য্যা হৰে ॥

আনো আনো যত পাপ আছে আত পৰে।
হৰিনাম মুখ্য-প্ৰায়শ্চিত্ত সমস্তৰে ॥
যিটো জনে হৰি-নাম উচ্চৰে সম্প্ৰতি।
তাকে লাগি যায় আতি মাধৱৰ মতি ॥
ইটো মোৰ ভৈল বুলি কৃষ্ণ মহেশ্বৰে।
সমস্তকে ৰক্ষা কৰি ফুৰা নিৰন্তৰে ॥
বুলিবি নলৈলে ভগৱন্তৰ নামক।
ডাকিলেক ইটো দ্বিজে আপোন পুত্ৰক ॥
কেনমতে ইহাৰ পাতক ভৈল ক্ষয়।
ইহাৰ উত্তৰ শুন তেজিয়া সংশয় ॥
উচ্চাৰে হৰিৰ নাম পুত্ৰ নাম ধৰি।
হেলায়ে লৱয় সুহি পৰিহাস কৰি ॥
নাম উচ্চাৰয় গীত ৰাগ পূৰণত।
হৰে তভো জানিবি নিঃশেষে পাপ যত ॥
হেন বা বুলিবি ইটো দ্বিজ অজামিল।
প্ৰায়শ্চিত্ত জানি হৰিনাম সুচ্চাৰিল ॥
গুচিল কিমতে পাপ ইটো অজ্ঞানীৰ।
শুন আৰ সিদ্ধান্ত কৰিয়া মন থিৰ ॥
মাধৱৰ নাম লয়ে জ্ঞানে বা অজ্ঞানে।
তথাপিতো ভস্ম হয় পাপ আছে মানে ॥
অজ্ঞান বালকে যেন অগনি লগাৱে।
সেহি অগ্নি দহে কাষ্ঠ তৃণ যত পাৱে ॥

সেহিমতে অজ্ঞানে হৰিৰ নাম লয়ে ।
তথাপি সমস্তে তাৰ পাতক দহয়ে ॥
হৰিৰ নামৰ মহা মহিমা অদ্ভুত ।
ইহাত সংশয় নকৰিবি যমদূত ॥
বিষ্ণু-দূত-বচনক থৈলো এহিমানে ।
যমৰ বচন কহোঁ শুনা সাৱধানে ॥
দূতক সম্বোধি যমে বোলন্ত বচন ।
কহোঁ ভাগৱত-ধৰ্ম্ম শুন দূতগণ ॥
এহিমানে মাত্র শ্রেষ্ঠ ধৰ্ম্ম পুৰুষৰ ।
আচৰিব হৰি-ভক্তি যোগ মাধৱৰ ॥
শ্রৱণ কীৰ্ত্তন তান কৰিব সদায় ।
আতপৰে মহা ধৰ্ম্ম সংসাৰত নাই ॥
ইহাৰ প্রমাণ নলাগয় কহিবাক ।
দেখিলি সাক্ষাতে হৰিনাম মহিমাক ॥
মহাপাপী অজামিলে পুত্রৰ স্নেহত ।
মৰন্তে হৰিৰ নাম উচ্চাৰি মুখত ॥
এতেকতে মৃত্যুপাশহন্তে মুক্ত ভৈল ।
পাৰিষদ-ৰূপ ধৰি বৈকুণ্ঠক গৈল ॥
কি কহিবো নামৰ মহিমা অদভুত ।
অনিচ্ছায়ে নাম লৈয়া ভৈলন্ত মুকুত ॥
হেন বা কৰিবি শঙ্কা তোৰা দূতচয় ।
শাস্ত্রত শুনিছো আমি হেনসে নির্ণয় ॥

শ্ৰদ্ধায়ে সন্তে মাধৱৰ নাম ধৰে।
ভক্তিভাৱে লৈলেসে পাতক ভাৰ হৰে॥
সাদৰপূৰ্ব্বক নাম লয়ে মাধৱৰ।
প্ৰভাত-সন্ধ্যাত নাম গাইব নিৰন্তৰ॥
অনুদিনে অহৰ্নিশে হৰি-নাম লয়ে।
ভেবেসে পাতক গুচে শাস্ত্ৰত কহয়ে॥
একবাৰ উচ্চাৰিলে নামৰ আভাস।
কেনমতে সমস্তে পাতক ভৈলা নাশ॥
যেবে একবাৰ লৈলে পাপ হোৱে ক্ষয়।
শাস্ত্ৰত কহয় কিয় ইসব নিৰ্ণয়॥
শুন কহো সিদ্ধান্ত ইসব সংশয়ৰ।
পাতকৰ ক্ষয় অৰ্থে কৃষ্ণৰ নামৰ॥
সম্যকে কীৰ্ত্তন কৰিবাক নলাগয়।
নামৰ আভাসে সব পাপ কৰে ক্ষয়॥
পৰম পাতকী ইটো দ্বিজ অজামিল।
নাৰায়ণ মাত্ৰ মুখে বাৰেক বুলিল॥
আৰো মৃত্যু বেলা সুস্থ নাহিকে চিত্তত।
পুত্ৰৰেসে নাম লৈয়া ডাকিলে মুখত॥
তথাপি পাইলেক দ্বিজে মুকুতি-পদক।
নামৰ আভাসে ক্ষয় কৰে পাতকক॥
শ্ৰদ্ধা ভক্তি সদা যিটো কৰিছে নিৰ্ণয়।
বাসনা-ক্ষয়ৰ অৰ্থে কহিয়া আছয়॥

শ্ৰদ্ধায়ে সততে যিটো হৰিনাম লয়ে ।
তেবেসে বাসনা গুচে চিত্ত শুদ্ধ হোয়ে ॥
এতেকেসে শাস্ত্ৰে কহে সম্যকে কীৰ্ত্তন ।
হেনবা বুলিবি পুনঃ তোৰা দূতগণ ॥
হোৱে যেনে পাপ ক্ষয় হৰি-নামে মাত্ৰ ।
বেদে কিয় কহিলেক প্ৰায়শ্চিত্ত-শাস্ত্ৰ ॥
মনু আদি যত প্ৰায়শ্চিত্ত কহিলেক ।
কেৱলে সিসব তেবে বিফল ভৈলেক ॥
ইহাৰ উত্তৰ শুন স্থিৰ কৰি মন ।
বাঢ়জনীয়াত পৰে যত মহাজন ॥
পৰম ৰহস্য হৰিনাম নজানন্ত ।
এতেকেসে আন প্ৰায়শ্চিত্ত বিহিলন্ত ॥
মৃত্যু-সঞ্জীবনী মহা ঔষধ উত্তম ।
মৰাকো জীয়ায় তাৰ প্ৰভাৱ পৰম ॥
মন্দমতি বৈদ্যসবে নজানিয়া তাক ।
দেই আন ঔষধ তথাপি ৰুগীয়াক ॥
সেহিমতে মনু আদি নামক নজানে ।
মায়ায়ে মোহিত হুয়া কৰ্ম্মক বাখানে ॥
বেদৰ পুষ্পিত বাক্যে মতি ভৈলা জড় ।
তপ-জপ-যজ্ঞাদিক দেখিলেক বৰ ॥
এতেকে দুষ্কৰ মহা কৰ্ম্মে প্ৰৱৰ্ত্তিল ।
নজানিয়া হৰিৰ নামক নকহিল ॥

অস্পষ্ট কঠিন মহা দুষ্কৰ কৰ্ম্মত।
প্ৰাকৃত লোকৰ শ্ৰদ্ধা তাতেসে সন্তত ॥
স্পষ্ট নাম ৰাম কৃষ্ণ অলপ অক্ষৰ।
নাহিকে ইহাত ৰতি প্ৰাকৃত লোকৰ ॥
নেদেখিয়া গ্ৰাহক জানন্তা মহাজনে।
নকহিলা নাম পূৰ্ব্বাপৰ গুণি মনে ॥
আছে আৰো হেতু হৰি-নাম নকৈবাৰ।
থাকয় অধীন সিংহ গৃহস্থ সবাৰ ॥
কৰে সিটো মহামত্ত হস্তীক বিদাৰ।
তাৰ আগে কুকুৰ শৃগাল কোন চাৰ ॥
তাক খেদিবাক যেন সিংহক নেদয়।
সাধকৰ নামৰ জানিবা সেহি নয় ॥
মুক্তসবো সদায়ে আনন্দে গায়ে যাক।
পাপ-প্ৰায়শ্চিত্ত অৰ্থে নকহিলা তাক ॥
নাম নকৈবাৰ আৰো কাৰণ আছয়।
যেবে সবে হৰিনাম মহিমা জানয় ॥
হৈবেক জগতে তেবে পৰম মুকুত।
এহিবুলি নকহিয়া কৰিলা গুপুত ॥
মনু আদি কৰি বেদ-অৰ্থ বিচাৰয়।
বেদ-অৰ্থ হৰিনাম জানয় নিশ্চয় ॥
বিস্তৰ থানত হৰিনাম নিৰূপিল।
তথাপিতো প্ৰায়শ্চিত্ত তুচ্ছ নকহিল ॥

যেন যাগ-যোগাদিক বেদত কহিল।
পাচত অদ্বৈত মাত্র জ্ঞান নিৰূপিল॥
সেহিমতে আগে প্রায়শ্চিত্ত বিহিলন্ত।
প্রায়শ্চিত্ত-শেষত নামক কহিলন্ত॥
তেবে প্রায়শ্চিত্তে পুৰুষৰ পাপ হৰে।
প্রায়শ্চিত্ত কৰি যেন নামক সুমৰে॥
এতেকেসে সাধুসবে কৰিয়া বিচাৰ।
নামক গাবয় সদা মনে কৰি সাৰ॥
যাৰাসকলৰ শ্রদ্ধা অদ্বৈত-জ্ঞানত।
নকৰয় যদি তাৰা যাগ আদি যত॥
তথাপিতো সিটো বেদ তুচ্ছ নকৰিল।
অজ্ঞানীক প্রতি সিটো বেদক ৰাখিল॥
সেহিমতে হৰিনামে শ্রদ্ধা যিসবৰ।
নকৰয় তাৰা যদি প্রায়শ্চিত্তান্তৰ॥
তথাপিতো প্রায়শ্চিত্ত-বিধায়ক বেদ।
নকৰিলে অজ্ঞানীৰ নিমিত্তে উচ্ছেদ॥
নজানয় যাৰাসবে মহিমা নামৰ।
তাৰ অর্থে ৰাখিলন্ত প্রায়শ্চিত্তান্তৰ॥
কৰ্ম্মীৰ অদ্বৈত-জ্ঞান যেহেন দুষ্কৰ।
সেহিমতে সুদুষ্কৰ কীর্ত্তন নামৰ॥
আসে আন বচন মুখত সৰসবে।
হৰিনাম বুলিতে বচন মুখে হৰে।

এতেকেসে প্ৰায়শ্চিত্ত শাস্ত্ৰ মহাজনে।
ৰাখিলন্ত গুণি বিমৰিষ কৰি মনে॥
যমৰ বচন ইটো থৈলোঁহো সাম্প্ৰত।
ষষ্ঠ স্কন্ধে আছয় তৃতীয় অধ্যায়ত॥
শুনিয়োক পুনু তাতে দ্বিতীয় আধ্যাত।
শুকৰ বচন পৰীক্ষিতৰ আগত॥
উপসংহাৰিয়া অজামিল-প্ৰকৰণ।
কৰন্ত নামৰ মহা মহিমা বৰ্ণন॥
অজামিল-দ্বিজে পূৰ্ব্ব ধৰ্ম্ম বিনাশিল।
কৰি গৰিহিত কৰ্ম্ম পাতক সঞ্চিল॥
বেশ্যাত পতিত ভৈলা পাতকী পৰম।
এৰিলেক ব্ৰাহ্মণৰ যতেক নিয়ম॥
যমদূতে নেই পেলাইবাক নৰকত।
উচ্চৰিলে মাত্ৰ কৃষ্ণ-নামক মুখত॥
এতেকতে সত্তে সিটো ভৈলন্ত মুকুত।
কিনো কৃষ্ণ নামৰ মহিমা অদভুত॥
সংসাৰত হন্তে মোক্ষ চাহে যিটো জন।
কৃষ্ণৰ নামক সিটো কৰোক কীৰ্ত্তন॥
কৰ্ম্মবন্ধ-ছেদ-অস্ত্ৰ নাহি আনপৰে।
নাম এৰি কৰে আন কৰ্ম্ম যিটো নৰে॥
ৰজে তমে মন মহা মলিন হোৱয়।
কদাচিতো সিটো সংসাৰক নতৰয়॥

তৰয় সংসাৰ নাম কীৰ্ত্তনে কৃষ্ণৰ ।
কহিলোহো তোমাত নিশ্চয় নৃপবৰ ॥
অজামিল সম পাপী নাহি সংসাৰত ।
অশ্ৰদ্ধায়ে সিটো ম্ৰিয়মান সময়ত ॥
পুত্ৰ-উপচাৰে হৰি-নাম মাত্ৰ লৈল ।
তথাপি সংসাৰ তৰি বৈকুণ্ঠক গৈল ॥
শ্ৰদ্ধায়ে হৰিক যিটো গাৱয় সতত ।
কি কহিবো তেবে আৰ তাহাৰ মহত্ত্ব ॥
এহিমানে থৈলো ইটো বচন শুকৰ ।
অদ্ভুত মহিমা কৈলো হৰি-কীৰ্ত্তনৰ ॥
শুনা আৰো চৌত্ৰিশ অধ্যায় দশমত ।
সুদৰ্শন-বাক্য যেন কৃষ্ণৰ আগত ॥
বোলন্ত কৃষ্ণক তযু নাম যিটোজন ।
অকস্মাত্তে মুখে মাত্ৰ কৰয় কীৰ্ত্তন ॥
এতেকতে সিটো মহা পৱিত্ৰ হোৱয় ।
শুনন্তা সবাকো সত্তে পৱিত্ৰ কৰয় ॥
হেন হৰি ছুইলে মোক চৰণৰ আগে ।
হৈবোহো পৱিত্ৰ মই কি কহিবে লাগে ॥
থৈলো এহিমানে বিদ্যাধৰৰ বচন ।
নামৰ মহিমা আৰো শুনা সৰ্ব্বজন ॥
পুনু সেই দশমৰ নবৈব অধ্যায়ত ।
ৰাজাক কহন্ত শুকে নামৰ মহত্ত্ব ॥

সমস্ত তীৰ্থত শ্ৰেষ্ঠ কৃষ্ণৰ চৰিত্ৰ।
সৰ্ব্বদেৱ-শ্ৰেষ্ঠ কৃষ্ণ নাহি আত চিত্ৰ॥
পাদোদক গঙ্গাক পূৰ্ব্বত ভগৱন্ত।
সবাতো অধিক কৰি তীৰ্থ থাপিলন্ত॥
আবে পূৰ্ণকৃষ্ণ যদুকুলে অৱতৰি।
গঙ্গাক কৰিলা অল্প যশস্যাত কৰি॥
পৰম ঈশ্বৰ কৃষ্ণ দেৱ ভগৱন্ত।
আপুনি সবাতো কৰি প্ৰকাশ ভৈলন্ত॥
দ্বেষ কৰে কৃষ্ণক সুহিবা স্নেহ কৰে।
এতেকতে কৃষ্ণৰ সাৰূপ্য পাৱে নৰে॥
সুহিকে আশ্চৰ্য্য আত জানিবা নৃপতি।
যিহেতু কৃপালু কৃষ্ণ অগতিৰ গতি॥
যি লক্ষ্মীৰ অৰ্থে ব্ৰহ্মা আদি যত্ন কৰে।
পৰিপূৰ্ণ লক্ষ্মীক নপাৱে কোনো নৰে॥
হেন লক্ষ্মী কৃষ্ণকেনে কৰন্ত আশ্ৰয়।
জানা ৰাজা ইহাত আশ্চৰ্য্য নাহিকয়॥
পৰম মঙ্গল যিটো নাম মাধৱৰ।
অকস্মাতে মাত্ৰ শুনে ভণে যিটো নৰ॥
এতেকন্তে নষ্ট কৰে তাৰ পাপচয়।
কৃষ্ণ-নাম-ধৰ্ম্ম যাতো সবাৰো আশ্ৰয়॥
প্ৰৱৰ্ত্তে সমস্তে ধৰ্ম্ম কৃষ্ণৰ নামত।
সিজে সৱে ধৰ্ম্ম নাম স্মৰিলে মুখত॥

যিটো কাল-চক্রে কৰে সবাকো সংহাৰ।
সিটো কাল-চক্রে মুখ্য অস্ত্র ভৈল যাৰ ॥
হেনয় কৃষ্ণৰ ভূমি-ভাৰ হৰণত।
নাহিকে আশ্চর্য্য ৰাজা কৈলো সাৰ তত্ব ॥
এহিমানে থৈলো শুকদেৱৰ বচন।
আৰে সূত-বাক্য শুনিয়োক সৰ্ব্বজন ॥
বোলন্ত শুনিয়ো শৌনকাদি ঋষিগণ।
কৃষ্ণৰ কীৰ্ত্তন সদা কৰে যিটোজন ॥
তাহাৰ চিত্তত প্রবেশিয়া ভগৱন্ত।
নিঃশেষ-দুখক মানে বিনাশ কৰন্ত।
গুচে অন্ধকাৰ যেন উদয়ে সূর্য্যৰ।
বায়ুৱে গুচায় যেন মেঘ আকাশৰ ॥
সেহিমতে দুঃখ নষ্ট কৰা দামোদৰ।
কহিলোহো ইটো কথা দ্বাদশ স্কন্ধৰ ॥
দ্বাদশ অধ্যায়ে আছে কহিলো নির্ণয়।
জানি কৰা কীৰ্ত্তন কৃষ্ণৰ গুণচয় ॥
শুনিয়োক আৰে পদ্মপুৰাণৰ কথা।
স্বৰ্গ খণ্ডে সহস্র নামত আছে তথা ॥
মহেশে বোলন্ত পাৰ্ব্বতীৰ বিদ্যমান।
বাৰাণসী-প্রয়াগাদি কৰে তীর্থ-স্নান ॥
গয়াত শ্রাদ্ধাদি কৰে পিতৃসমস্তৰ।
অশ্বমেধ আদি যজ্ঞ কৰে নিৰন্তৰ ॥

কৰে তুলা পুৰুষাদি দান সমস্তক।
ইটো সব ধৰ্ম্মে নপায় মহা শ্ৰেয়সক ॥
কহিলো পাৰ্ব্বতী মই তোমাত নিশ্চয়।
বুলিবা কিমতে তেবে বিষ্ণুক পাৱয় ॥
কৈলো আৰো মূল কথা তোমাত সম্প্ৰতি।
নাহিকে অন্যত্ৰ দেৱাদিত যাৰ মতি ॥
এক কৃষ্ণতেসে যিটো কৰয় ভকতি।
নানা ভোগাদিতো যদি চিত্ত আসকতি ॥
পৰকো পৰম তাপ সদায় দিৱয়।
জ্ঞান-বিৰকতি তাৰ একো নাহিকয় ॥
নধৰয় ব্ৰহ্মচৰ্য্য আদি ব্ৰত যত।
তেজিলেক আন যত ধৰ্ম্মক সমস্ত ॥
কিন্তু এক বিষ্ণুৰ নামক মাত্ৰ গাৱে।
অতি অনায়েসে সিটো যিটো গতি পাৱে ॥
সকলো ধৰ্ম্মীয়ে সুখে নপাৱয় তাক।
কি কহিবো নাম-কীৰ্ত্তনৰ মহিমাক ॥
যদি বোলা বিষ্ণুৰ নামক লৈয়া মুখে।
তবে ইটো দুৰ্ঘোৰ সংসাৰ মহা সুখে ॥
তেবে বিধিনিষেধ শাস্ত্ৰৰ কিবা গতি।
শুনা আৰো কথা কহোঁ তোমাত সম্প্ৰতি ॥
যাগ আদি কৰি যত বিধি নিৰন্তৰ।
জানিবা কিঙ্কৰ সবে বিষ্ণু-স্মৰণৰ ॥

এতেকেসে যাগ আদি বিধি আছে যত।
সিজে সবে বিষ্ণু-নাম স্মৰণ মাত্রত ॥
হেন জানি বিষ্ণু-নাম স্মৰিবা সতত।
কদাচিতো বিস্মৰণ নুহিবা মনত ॥
অভক্ষ্য-ভক্ষণ আদি যত পাপচয়।
বিষ্ণু বিস্মৰণৰ কিঙ্কৰ সমস্তয় ॥
পাসৰিলে বিষ্ণুক সিজয় পাপগণ।
এতেকে বিষ্ণুক নুহিৰাহা বিস্মৰণ ॥
এহিমানে থৈলোহোঁ বচন মহেশ্বৰ।
কহোঁ শুনিয়োক আবে বচন বেদৰ ॥
কৃষ্ণক কৰন্ত স্তুতি যত বেদগণ।
হে প্রভু পৰম ঈশ্বৰ নাৰায়ণ ॥
অলীক কর্কশ মিছা তর্ক শাস্ত্রচয়।
তাৰ মহাবাদ ঘোৰ অন্ধকাৰময় ॥
মোহ হুয়া ভ্রমো তাতে আমি মন্দমতি।
তযু জ্ঞান-পথক নেদেখো যদুপতি ॥
শ্রীমন্ত মাধৱ বামন ত্রিনয়ন।
শ্রীপতি গোবিন্দ শঙ্কৰ সনাতন ॥
সদায়ে ইসব তযু নাম মুখে গায়া।
কৈলাসি মুকুত হৈবো কৰিয়োক দায়া ॥
দশম স্কন্ধত আছে ইটো বেদ-বাণী।
কহিলো ইহাক আমি বিচাৰিয়া আনি ॥

বেদৰ বচন ইটো থৈলো এহিমানে ।
কৃষ্ণৰ বচন আৰে শুনা সাৱধানে ॥
বৈষ্ণৱানন্দ শাস্ত্ৰে অৰ্জ্জুনক প্ৰতি ।
পৰম ঈশ্বৰ কৃষ্ণ দেৱ নিগদতি ॥
সত্যে সত্যে সত্যে সত্যে সত্যে ধনঞ্জয় ।
পঞ্চ সত্য কৰি মই কহিলো নিশ্চয় ॥
নাহিকে ভাৰস্তা আন নামত বিনাই ।
সমস্ত বেদৰ ইসে মুখ্য অভিপ্ৰায় ॥
কৃষ্ণৰ ইসব বাক্য অনুসাৰে জানি ।
হুয়ো এক শৰণ কৃষ্ণত সবে প্ৰাণী ॥
কৰিয়ো কীৰ্ত্তন কৃষ্ণ-নাম-গুণচয় ।
আতপৰে আন শ্ৰেষ্ঠ ধৰ্ম্ম নাহিকয় ॥
মহা মোক্ষ-দাতা কীৰ্ত্তনত বিনে নাই ।
এহিমানে গ্ৰন্থৰ কহিলো অভিপ্ৰায় ॥
কীৰ্ত্তন-মাহাত্ম্য এহিমানে সমাপতি ।
বোলা ৰাম ৰাম সবে হোক সদগতি ॥

---

## অষ্টম-মাহাত্ম্য

### স্মৰণ

### দুলড়ি

অনন্তৰে হৰি- স্মৰণ-মাহাত্ম্য
কহোঁ শুনা সাধু-নৰ ।
দ্বিতীয় স্কন্ধত প্ৰথম অধ্যায়ে
বচন শুকদেৱৰ ॥
যাজ্ঞাক বোলন্ত যোগ সাংখ্যজ্ঞান
স্বধৰ্ম্মক আচৰণ ।
সবাৰো পৰম ফল এহিমানে
কেৱলে হৰি-স্মৰণ ॥
জন্মৰো পৰম ফল এহিমাত্ৰ
অন্ততো হৰি-স্মৰণ ।
অন্তকালে হৰি স্মৰে যিটো তাৰ
মহিমা নাযায় কথন ॥
শুক-বাক্য ইটো থৈলো এহিমানে
তত্ত্বৰ কহোঁ বচন ।
তৃতীয়ত পঞ্চ অধ্যায়ে কৃষ্ণক
স্তুতি কৰে তত্ত্বগণ ॥
কৃষ্ণক বোলন্ত সৃষ্টি-স্থিতি-লয়
অৰ্থে যিটো জগতৰ ।
লীলায়ে আসিয়া হোৱা অৱতাৰ
পৰম তুমি ঈশ্বৰ ॥

তোমাৰ চৰণ স্মৰে যিটো জন
মনত নিশ্চয় কৰি ।
সিটো ভকতৰ এতেকে মোক্ষক
দিয়া প্ৰভু দেৱ হৰি ॥
হেনয় তোমাৰ চৰণ-পদ্মত
পশিলো আমি শৰণ ।
কৰা কৃপা নাথ তযু পাদপদ্ম
সদায়ে হোক স্মৰণ ॥
তত্ত্ব-বাক্য থওঁ সিদ্ধ-বাক্য কওঁ
শুনা সবে এক-মতি ।
চতুৰ্থ স্কন্ধত বাইশ অধ্যায়ত
পৃথু নৃপতিক প্ৰতি ॥
সনতকুমাৰে বোলন্ত বচন
কহোঁ ৰাজা সাৰোত্তৰ ।
যিটো জ্ঞান মই কহিলো তোমাত
পৰম সিটো দুষ্কৰ ॥
এতেকে ভকতি দেওঁ উপদেশ
জানিবা ৰাজা নিশ্চয় ।
কৃষ্ণৰ চৰণ- পঙ্কজ হৃদয়ে
প্ৰকাশ অতি কৰয় ॥
তাহাৰ স্মৰণ মাত্ৰকে যিমতে
কৰ্ম্মবন্ধ দূৰ হয় ।

কদাচিন্তো যতি- সকলে নিমন্তে
কৰ্ম্মবন্ধ নেৰাৱয় ॥
ইন্দ্রিয়-বৰ্গক নিৰোধিলে অতি
নিৰ্ব্বিষয়ী ভৈল মতি ।
তভো কৰ্ম্মবন্ধ এৰাইবে নপাৰে
হৰিত নকৰে ৰতি ॥
হেন কৃষ্ণ পাৱে পশিয়া শৰণ
কৰিয়ো সেৱা সদায় ।
সংসাৰ নিকাৰ সুখে তৰিবাৰ
উপায় আৰৰ নাই ॥
সিদ্ধ-বাক্য থৈলো দশমতে আৰে
শুনিয়ো বেদৰ স্তুতি ।
টীকাকাৰে বেদ বাক্য অনুসাৰে
কৃষ্ণক কৰা কাকুতি ॥
হে হৰি প্রেম- ভাৱে তযু পদ-
স্মৰণ অতি দুৰ্ল্লভ ।
যেনে তেমে মোৰ অহৰ্নিশে মাত্র
স্মৰণ হোক সুলভ ॥
ইটো বাক্য থওঁ কৃষ্ণ-বাক্য কওঁ
শুনিয়োক সাধু যত ।
একাদশ স্কন্ধে কহিয়া আছন্ত
চতুৰ্দ্দশ অধ্যায়ত ॥

বোলন্ত উদ্ধৱ মোত মাত্র চিত্ত
লীন গৈলা সমুদায়।
তাকে বুলি জ্ঞান কৈলো বিদ্যমান
আত বিনে আন নাই॥

মোৰ ভজনন্ত স্বভাৱে হোৱয়
নলাগে আন সাধন।
দৃষ্টান্ত সহিতে কহোঁ শুনিয়োক
হুয়া সাৱধান মন॥

হোৱে অতি চিত্ত বিষয় আকাৰ
বিষয়ক ধ্যান কৰি।
সেহিমতে মোৰ স্বৰূপ পাৱয়
চিত্তে মোক সদা স্মৰি॥

এতেকে অন্যত্র সাধন যতেক
যত তাৰ ফলচয়।
স্বপ্ন-মনোৰথ যেন সিটো নয়
জানি তেজা মহাশয়॥

মোক ভজা নৰ মন শুদ্ধ কৰি
মোতে দিয়া সদা মন॥
প্রকৰণ-অর্থ উপসংহৰিয়া
কহিলন্ত নাৰায়ণ॥

ভগৱন্ত-বাক্য এহিমানে থওঁ
বচন কহোঁ সুভৰ।

দ্বাদশ স্কন্ধৰ দ্বাদশ অধ্যায়ে
বোল আগে শৌনকৰ ॥
বৰ্ণাশ্ৰম ধৰ্ম্ম আচৰিয়া আনো
নানান ধৰ্ম্ম আচৰে।
যশস্যা-কীৰ্ত্তন সম্পত্তিৰ অৰ্থে
মহা পৰিশ্ৰম কৰে ॥
নাহিকে পৰম পুৰুষাৰ্থ ভাভ
শ্ৰমসে মাত্ৰ কেৱল।
কৃষ্ণ পাদ-পদ্ম স্মৰণেসে মাত্ৰ
সমস্ত ধৰ্ম্মৰ ফল ॥
কৃষ্ণৰ চৰণ সদা স্মৰে যিটো
পাপ মানে হোৱে ক্ষয়।
হোৱে চিত্ত-শুদ্ধি কৃষ্ণ-পায়ে বুদ্ধি
নিষ্ঠা হোৱে অতিশয়।
সপ্ৰেম-ভকতি মিলয় কৃষ্ণত
হোৱয় ঈশ্বৰ-জ্ঞান।
দেহ গেহাদিত হোৱে বিৰকতি
হস্ত হৰি বিদ্যমান ॥
সূতৰ বচন কৃষ্ণ-স্মৰণৰ
কহিলো যেন মহত্ত্ব।
কহোঁ আৰো আৰে পৰাশৰ বাক্য
শুনা বিষ্ণু-পুৰাণত ॥

পাপ কৰি যিটো অনুতাপ কৰে
ভৈল এক প্ৰায়শ্চিত্ত ।
কৃষ্ণ-স্মৰণেসে মুখ্য প্ৰায়শ্চিত্ত
কহিলো কৰি নিৰ্ণীত ॥
পৰাশৰ বাক্য থৈলো এহিমানে
যমৰ শুনা বচন ।
নৰসিংহ পুৰা- ণত কহিয়াছে
জানিবাহা সৰ্ব্বজন ॥
নাৰকাসমূক বোলন্ত বচন
মনুষ্য-শৰীৰ পায়া ।
কৃষ্ণ-সেৱা তেজি নৰকত মজি
মৰস দুঃখ ভুঞ্জিয়া ॥
স্মৰণ মাত্ৰকে মুকুতি দিবয়
কৃপাময় নাৰায়ণ ।
হেনয় দেৱক সুপূজিলি তোৰা
কৰিয়া অতি যতন ॥
এতেকেসে ঘোৰ যাতনা ভুঞ্জস
কহিলো মই নিশ্চয় ।
যম-বাক্য থৈলো স্মৰণৰ কৈলো
অনুভাব অতিশয় ॥
কৃষ্ণ-পাৱে এক- শৰণ পশিয়া
কৃষ্ণক সদা স্মৰয় ।

হোৱে পাপ ক্ষয় মুকুতি পাৱয়
এহিসে ভৈল নির্ণয় ॥
ভক্তি-বত্নাকৰে স্মৰণ-মাহাত্ম্য
ভৈলা এবে সমাপতি ।
সামাজিক জন বোলা ৰাম ৰাম
পাপ যাওক অধোগতি ॥

---

## নবম মাহাত্ম্য

### অৰ্চ্চন-বন্দন

#### পদ

কহোঁ আবে অৰ্চ্চন-বন্দন মাধৱৰ ।
এক-চিত্ত মনে শুনিয়োক সাধু নৰ ॥
জলে ফুলে পত্রে মাত্র হৰি পূজিবেক ।
আলচিয়া মনত নিশ্চয় কৰিলেক ॥
এতেকতে প্রীত হুয়া প্রভু ভগৱন্ত ।
পৰম্পদ বৈকুণ্ঠক দিবাক খোজন্ত ॥
কৃপালু কৃষ্ণৰ গুণ কহন নযায় ।
নতু পূজা কৰন্তে পূৰ্ব্বতে পূজা পায় ॥
হেন কৃষ্ণ-পাৱে মঞি লৈলোহো শৰণ ।
শুনা কহোঁ আহে যম ৰাজাৰ বচন ॥
নৰসিংহ-পুৰাণত নাৰকীৰ আগে ।
বোলন্ত বচন যম ৰাজা মহাভাগে ॥

এক চলু জল তুলসী এক পাত ।
দিলা মাত্রে আপুনি বিক্রয় যান্ত তাত ॥
হেনয় কৃষ্ণক তোৰা কিয় নুপূজিলি ।
এতেকে দুৰ্ঘোৰ ইটো নৰকে পৰিলি ॥
যমৰ বচন ইটো থৈলোহো সাম্প্রত ।
পঞ্চম অধ্যায়ে আছে প্রথম স্কন্ধত ॥
সূতৰ বচন কহো শুনা সাৱধানে ।
কহন্ত শৌনক আদি ঋষি বিছমানে ॥
কহি আছে মন্ত্রে যিটো মুক্তি মাধৱৰ ।
তাত ব্যতিৰেকে মুক্তি নাই ঈশ্বৰৰ ॥
হেন যজ্ঞ-পুৰুষক পূজে যিটো প্রাণী ।
সিটো জন জানিবা সাক্ষাতে মহা জ্ঞানী ॥
সূতৰ বচন আবে থৈলো এহিমানে ।
লক্ষ্মীৰ বচন কহো শুনা সাৱধানে ॥
পঞ্চম স্কন্ধত অষ্টাদশ অধ্যায়ত ।
বোলন্ত বচন কামদেৱৰ আগত ॥
যিটো নাৰী তোমাৰ চৰণ-পঙ্কজত ।
নিষ্কামে কৰয় পূজা উৎসুকে মনত ॥
পায়ে সিটো নাৰী সৰ্ব্বকাম যত যত ।
পৰম আনন্দ সুখে থাকয় সতত ॥
ফলান্তৰ আশে যিটো অৰ্চ্চয় তোমাক ।
বাঞ্ছিত ফলক মাত্র দিয়া তুমি তাক ॥

সুহিকয় নিত্য সিটো ভোগ হোৱে ক্ষয় ।
সিটো নাৰী পাছে মহা দুঃখক পাৱয় ॥
লক্ষ্মীৰ বচন আৰে এহিমানে থৈলো ।
নিষ্কামীৰ সকামীৰ দুইৰো ভেদ কৈলো ॥
চতুৰ্থ স্কন্ধৰ একত্ৰিশ অধ্যায়ত ।
নাৰদৰ বাক্য কহোঁ শুনিয়ো সাম্প্ৰত ॥
দশ প্ৰচেতাৰ আগে বোলন্ত বচন ।
ঈশ্বৰ কৃষ্ণক পূজা কৰে যিটো জন ॥
সমস্তে দেৱক পূজা কৰিলেক আতি ।
পৃথকে পূজিলে কেহো নহন্ত তৃপিতি ॥
বৃক্ষৰ মূলত যেন দিলে আনি জল ।
হোৱয় তৃপিতি ডাল-পুষ্প-পত্ৰ-ফল ॥
মুল এৰি জল যদি সিঞ্চে পত্ৰ-ডালে ।
কদাচিতো তৃপিতি নুহিকে একো কালে ॥
পাৱয় ভোজনে যেন ইন্দ্ৰিয় সন্তুষ্ট ।
মিলে মহা সুখ অতি হোৱে হৃষ্ট পুষ্ট ॥
ক্ষুধাতুৰ প্ৰাণী যদি নকৰে ভোজন ।
পিন্ধে গন্ধ-চন্দনাদি নানান ভূষণ ॥
একো ইন্দ্ৰিয়ৰ তাত তুষ্ট নাহি হয় ।
প্ৰাণ তুষ্ট ভৈলে তুষ্ট হোৱে ইন্দ্ৰিচয় ॥
সেহিমতে অচ্যুতক যিজনে পূজয় ।
সমস্তে দেৱক পূজিলেক অতিশয় ॥

পৃথক পূজাত কাৰো পূজা নাহিকয় ।
থৈলো এহিমানে নাৰদৰ বাক্যচয় ॥
ইদানীক সকাম নিষ্কাম কৰি ভেদ ।
বিশেষ কৰিয়া কহোঁ শুনা পৰিচ্ছেদ ॥
একাদশ স্কন্ধে সপ্ত বিংশতি অধ্যায় ।
উদ্ধৱৰ আগত কহন্ত যদুৰায় ॥
সকামীসকলে পূজা কৰন্তে আমায় ।
প্ৰসিদ্ধ যতেক মানে সম্ভাৰ লাগয় ॥
বেদৰ বিহিত যত প্ৰতিমাদিচয় ।
সকলো প্ৰকাৰে মোক পূজিবে লাগয় ॥
যেন লভে নিষ্কামে ভকতে দ্ৰব্যচয় ।
তাকে দিয়া পূজিবেক কহিলো নিৰ্ণয় ॥
মনোময় দ্ৰব্য দিয়া মনত পূজয় ।
সৰ্ব্বাধিক পূজা সুখ মিলে অতিশয় ॥
কৃষ্ণৰ বচন ইটো থৈলোহো সংহৰি ।
কহিলোঁ নিষ্কাম শ্ৰেষ্ঠ সকামত কৰি ॥
শুনা আবে বৃহত নাৰদী পুৰাণত ।
কহন্ত নাৰদে ঋষিসৱৰ আগত ॥
পুনু পুনু কহোঁ মই সত্য হিত সাৰ ।
তিনি তাপে দগ্ধ ইটো অসাৰ সংসাৰ ॥
আত একে সাৰ মাত্ৰ পূজা মাধৱৰ ।
সংহৰিয়া থৈলো ইটো বাক্য নাৰদৰ ॥

ভৈলা এহি নিৰ্ণয় ঈশ্বৰ বচনত ।
হুয়ো এক-শৰণ কৃষ্ণৰ চৰণত ॥
কৃষ্ণক পূজিলে সমস্তৰে পূজা হয় ।
পৃথকে পূজিলে কাৰো পূজা নাহিকয় ॥
পূজাৰ মাহাত্ম্য আৰে এহিমানে থৈলো ।
মাজে মাজে পদ কিছু সংহৰি কহিলো ॥
নেদিবা ইহাৰ দোষ ভোৰা মহাজনে ।
কৃষ্ণ-কথা শুনিয়া সন্তুষ্ট হোৱা মনে ॥
কৃষ্ণৰ কীৰ্ত্তনে কৰে মনক নিৰ্ম্মল ।
বোলা ৰাম ৰাম হৌক জন্মৰ সফল ॥

---

## দশম মাহাত্ম্য

### ভক্তিযোগ

দুলড়ি

আত অনন্তৰে কৰো নিৰূপণ
ভক্তিযোগ মাধৱৰ ।
একাদশ স্কন্ধে দ্বিতীয় অধ্যায়ে
বচন কৰি সিদ্ধৰ ॥
নিমিক বোলন্ত আত্যন্তিক ক্ষেম
কহোঁ শুনা মহাশয় ।
কৃষ্ণ-পাদ-পদ্ম সেৱাত জানিবা
নাহিকয় কোনো ভয় ॥

দেহ গেহ আদি সম্বন্ধে অসন্ত
ভাণ্ডে আত্ম-ভাব কৰি।
সদায়ে আকুল হুয়া ফুৰে আন্ধা
বিষয়ত যত্ন কৰি॥
তাহাৰো কৃষ্ণৰ চৰণ-সেৱায়ে
গুচয় নিঃশেষ ভয়।
কৃষ্ণ-পদ-সেৱা আত্যন্তিক সুখ
জানিবা ৰাজা নিশ্চয়॥
হেনবা বুলিবা অজ্ঞানৰ ভয়
জ্ঞানেসে দূৰ কৰয়।
কৃষ্ণৰ ভকতি কিবা কৰিবেক
শুনিয়ো আৰ নিৰ্ণয়॥
কৃষ্ণত বিমুখ ভৈলে তান মায়া
জীৱক মোহ কৰয়।
বিনাশী দেহত কৰে অহঙ্কাৰ
স্বৰূপক পাসৰয়॥
পাৰে ভ্ৰান্তি ভয় দুঃখ শোকচয়
ভুঞ্জয় আন্ধা নিকাৰ।
দুৰ্ঘোৰ সংসাৰে উপজয় মৰে
নপাৱে দুঃখৰ পাৰ॥
যাহাৰ মায়ায়ে কৰাৱয় ইটো
মহা ঘোৰ অনৰ্থক।

ব্যভিচাৰ-শূন্য ভকতিক ধৰি
ভজোক হেন কৃষ্ণক ॥
শুদ্ধকেসে আত্মা ঈশ্বৰ মানিয়া
কৃষ্ণক সেৱা কৰয় ।
কহিলো নিশ্চয় মায়াক তৰয়
গুচয় নিঃশেষ ভয় ॥
কৃষ্ণৰ প্ৰসাদে হোৱয় কৃতাৰ্থ
গুচয় যত সংশয় ।
অনুক্ষণে কৃষ্ণ- চৰণত হন্তে
মিলে মহা ভাগ্যোদয় ॥
দেহ গেহাদিত হুৱে বিৰকতি
প্ৰেম-ভক্তি উপজয় ।
আনন্দ-স্বৰূপ ভগৱন্ত-ৰূপ
প্ৰকাশ অতি হোৱয় ॥
পৰম মুকুতি পাৱে অনায়াসে
ভকতিতে মাধৱৰ ।
এহিমানে থৈলো সংহৰিয়া ইটো
বচন কৰি সিদ্ধৰ ॥
দ্বিতীয় স্কন্ধত দ্বিতীয় অধ্যায়ে
বচন কহোঁ শুকৰ ।
ৰাজাক সম্বোধি বোলন্ত শুনিয়ো
পৰীক্ষিত নৃপবৰ ॥

তপ যোগ আদি আছে পুৰুষৰ
বহুতো পন্থ মোক্ষৰ।
তাতো কৰি মহা মোক্ষতো অধিক
ভক্তি-যোগ মাধৱৰ॥
অতি সুখৰূপ বিঘিনি ৰহিত
ভক্তিবিনে নাহি আন।
এতেকে কৃষ্ণৰ ভকতিসে মাত্ৰ
সবাতো কৰি প্ৰধান॥
পূৰ্ব্বত ব্ৰহ্মায়ে সমস্ত বেদক
একচিত্তে তিনিবাৰ।
বিচাৰিয়া একে হৰিৰ ভকতি
কৰিলন্ত মাত্ৰ সাৰ॥
এতেকেসে নৰে কায়-বাক্য-মনে
স্মৰিয়া সদা হৰিক।
শ্ৰৱণ-কীৰ্ত্তন কৰিব হৰিৰ
নলাগে আন অধিক॥
বচনে শুকৰ দেখায়া কৃষ্ণৰ
ভকতি পৰম সাৰ।
তৃতীয়ত আৰো নৱম অধ্যায়ে
বচন কহোঁ ব্ৰহ্মাৰ॥
ব্ৰহ্মায়ে বোলন্ত শুনা নাৰায়ণ
অভকত যিটো জন।

একোমতে ভাব দুৰ্ঘোৰ সংসাৰ
নুহিকয় নিবৰ্ত্তন ॥
তোমাৰ ভক্তৰ গুচে নিৰন্তৰ
সংসাৰৰ দুঃখচয় ।
তযু ভক্তি-যোগে হৃদয়-পদ্মক
শুদ্ধ কৰে অতিশয় ॥
শ্ৰৱণেসে পন্থ ভৈল যাৰ তাৰ
থাকা শুদ্ধ হৃদয়ত ।
শ্ৰৱণ বিনাই যিটো যিটো ৰূপ
ভকতে চিন্তে সতত ॥
সেই সেই ৰূপে ব্যক্ত হোৱা প্ৰভু
ভকতক কৰি দয়া ।
এতেকে ভকতে অনায়াসে তৰে
দুৰ্ঘোৰ সংসাৰ মায়া ॥
তৃতীয়তে আৰো বাইশ অধ্যায়ত
শুনা বাক্য কপিলৰ ।
বোলন্ত শুনিয়ো দেৱহূতি মাতৃ
কহো মই সাৰোত্তৰ ॥
পৰম ঈশ্বৰ ভজনীয় দেৱ
মোত পৰে আন নাই ।
কায়-বাক্য-মনে মোৰ পাদ-পদ্মে
ভজা নাম-গুণ গাই ॥

কপিলৰ বাক্য থৈলো সংহৰিয়া
ৰুদ্ৰৰ কহোঁ বচন।
দশ প্ৰচেতাক সবাকো সম্বোধি
কহিলন্ত ত্ৰিনয়ন ॥
বুলিবা কৃষ্ণক আৰাধি তোমাক
একান্ত ভকতি কৰি।
স্বৰ্গাদিৰ সুখ কোনে বাঞ্ছিবেক
ভজু পদমূল এৰি ॥
সমস্ত ভূতৰে অন্তৰ্য্যামী তুমি
পৰমাত্মা নাৰায়ণ।
ভজু গুণ-যশ সদায়ে শুনিৰ
কৰিব মাত্ৰ কীৰ্ত্তন ॥
ৰুদ্ৰৰ বচন থৈলো ইটো কথা
চতুৰ্থ স্কন্ধে আছয়।
চব্বিশ অধ্যায়ে দেখিবা বিচাৰি
কহিলো কৰি নিৰ্ণয় ॥
কৃষ্ণ কথাচয় শুনা সৰ্ব্বদায়
হুয়া সাৱধান মন।
কৃষ্ণৰ চৰিত্ৰ সাক্ষাতে অমৃত
সদায়ে কৰা কীৰ্ত্তন ॥
আত পৰে ধৰ্ম্ম নাহিকে কলিত
জানিবাহা সৰ্ব্বজন।

তেজি আন কাম                বোলা ৰাম ৰাম
বৈকুণ্ঠক যাৰ মন ॥

—×—

পদ

শুনা আৰো ষষ্ঠ স্কন্ধে দ্বাদশ অধ্যায় ।
বোলন্ত বচন ইন্দ্রে বৃত্রক শুনাই ॥
মোক্ষৰ ঈশ্বৰ ভগৱন্ত দেৱ হৰি ।
তাহানে ভকতি তুমি আছা সাৰ কৰি ॥
ভকতি-সুখত যাৰ নিমজিল মন ।
ক্ষুদ্র স্বৰ্গ-সুখে তাৰ কিবা প্ৰয়োজন ॥
যিটো ক্ৰীড়া কৰে অমৃতৰ সাগৰত ।
তাৰ কিবা কাজ আছে বৃষ্টিৰ জলত ॥
গৰ্ত্তৰ জলৰ সম স্বৰ্গ-সুখচয় ।
ইহাত তোমাত প্ৰয়োজন নাহিকয় ॥
ইন্দ্রৰ বচন থৈলো সংহৰি সাম্প্ৰত ।
কহোঁ প্ৰহ্লাদৰ বাক্য সপ্তম স্কন্ধত ॥
প্ৰহ্লাদে বোলন্ত শুনা দৈত্য-শিশু যত ।
দেৱ দ্বিজ ঋষি সদাচাৰ শৌচ ব্ৰত ॥
দান তপ যজ্ঞ বহু শাস্ত্ৰক জানয় ।
ইসৱত হৰিৰ সন্তোষ নাহিকয় ॥

কেৱলে অব্যভিচাৰী ভকতিত হৰি।
হোৱন্ত সন্তুষ্ট অতি জানা নিষ্ঠ কৰি ॥
ভকতিত পৰে আন যত গুণগণ।
মুকুন্দৰ প্ৰীতি অৰ্থে সবে বিড়ম্বন ॥
থৈলো এহিমানে ইটো প্ৰহ্লাদ-বচন।
কহোঁ শ্ৰুতদেৱ-বাক্য শুনা সৰ্ব্বজন ॥
দশম স্কন্ধত কৃষ্ণ দেৱৰ আগত।
কহন্ত সাক্ষাতে অতি হুয়া অৱনত ॥
কেৱলে কৰ্ম্মত মাত্ৰ বিশ্বাস যাহাৰ।
হিয়াত থাকন্তে তুমি বিদূৰ তাহাৰ ॥
তোমাৰ গুণৰ মাত্ৰ শ্ৰৱণ কীৰ্ত্তন।
ইটো ধৰ্ম্মে সদা যাৰ ভৈল প্ৰৱৰ্ত্তন ॥
অহঙ্কাৰ আদি ভাৱ যত্তপি থাকয়।
তথাপি সাক্ষাতে সিটো তোমাক পাৱয় ॥
তোমাৰ পৰম প্ৰীতি গুণ-কীৰ্ত্তনত।
এতেকেসে তুমি তাৰ থাকা সমীপত ॥
এহিমানে থৈলো শ্ৰুতদেৱৰ বাক্যক।
শুনা আৰো কহোঁ উদ্ধৱৰ বচনক ॥
একাদশ স্কন্ধে কৃষ্ণ দেৱৰ আগত।
উদ্ধৱে বোলন্ত বাক্য হুয়া অৱনত ॥
হে বিশ্বেশ্বৰ প্ৰভু কমল-লোচন।
বিচাৰ-চতুৰ অতি যিটো মহাজন ॥

দুঃখময় জানি জ্ঞান-কৰ্ম্মৰ পথক।
তাক তেজি ভজে ভজু চৰণ-পদ্মক ॥
সমস্ত আনন্দ পূৰ্ণ কৰে তযু পাৱে।
সদায় তাহাকে সেৱা কৰে সৰ্ব্বভাৱে ॥
যিটো জনে কৰ্ম্ম কৰে নভজে তোমাক।
তোমাৰ মায়াই অতি মুহিলেক তাক ॥
কেৱলে তাহাৰ গৰ্ব্ব মাত্ৰ উপজয়।
কদাচিতো সিটো সংসাৰক নতৰয় ॥
নোপজে সিমন্ত গৰ্ব্ব তযু ভকতৰ।
তোমাৰ চৰণ-সেৱা কৰে নিৰন্তৰ ॥
থৈলো এহিমানে উদ্ধৱৰ বচনক।
কহোঁ আবে সত্যব্ৰত ৰাজাৰ বাক্যক ॥
কৃষ্ণক কৰন্ত স্তুতি অষ্টম স্কন্ধত।
বোলন্ত পৰম অজ্ঞ ইটো লোক যত ॥
কৰন্ত অসুখ কৰ্ম্ম সুখক ইচ্ছায়।
আপোনাৰ কৰ্ম্মে আপুনিয়ে বন্ধ যায় ॥
ইহ-পৰলোকৰ ভোগত কৰি ৰতি।
সংসাৰত ভ্ৰমি মৰে অতি মন্দমতি ॥
বিনাশে কুমতি ইটো যাহাৰ ভকতি।
হেনয় ঈশ্বৰে মোৰ গুৰু হুয়া অতি ॥
ছেদিয়োক অহঙ্কাৰ হৃদয়ৰ মোৰ।
গুচোক আমাৰ ইটো সংসাৰ দুৰ্ঘোৰ ॥

এহিমানে থৈলো সত্যব্রতৰ বচন।
ব্ৰহ্মাৰ বচন আৰে শুনা সৰ্ব্বজন ॥
দশম স্কন্ধৰ চতুৰ্দ্দশ অধ্যায়ত।
বোলন্ত বচন ব্ৰহ্মা কৃষ্ণৰ আগত ॥
হে প্ৰভু বোলা যদি হেনবা বচন।
নজানে মহিমা মোৰ যদি একজন ॥
কিমতে সংসাৰ ভেবে তৰিবে অজ্ঞানী।
ইহাৰ সিদ্ধান্ত কহোঁ দেৱ পদ্মপাণি ॥
জ্ঞানৰ নিমিত্তে শ্ৰম নকৰে কিঞ্চিত।
থাকে সৰ্ব্বদায় মহন্তৰ সন্নিহিত ॥
তযু যশ-কথা প্ৰকাশয় মহাজনে।
শুনি তাকে সাদৰয় কায়বাক্যমনে ॥
কথাক সৎকাৰ কৰি যিজনে জীৱয়।
তুমি অজিতক সিটো সাক্ষাতে পাৱয় ॥
ব্ৰহ্মাৰ বচন ইটো থৈলোহো সাম্প্ৰত।
শুনা দশমৰ সপ্ত আশী অধ্যায়ত ॥
টীকাকাৰে তুলি বেদ-স্তুতিৰ অৰ্থক।
প্ৰাৰ্থিয়া ভকতি স্তুতি কৰয় কৃষ্ণক ॥
হে প্ৰভু কৈত মই বুদ্ধিহীন জন।
তোমাৰ মহিমা কৈত দেৱ নাৰায়ণ ॥
তুমি দীনবন্ধু দয়াসিন্ধু নৰহৰি।
ভকতি-প্ৰসাদ মোক দিয়া কৃপা কৰি ॥

আত অনন্তৰে শুনা বচন শুকৰ ।
দশম স্কন্ধৰ অন্তে কহে মুনিবৰ ॥
মুকুন্দৰ শ্ৰীমন্ত কথাক যিটোজন ।
বঢ়ায়ে ভকতি কৰি শ্ৰৱণ-কীৰ্ত্তন ॥
নাহিকে তাহাত একো বিক্ৰম কালৰ ।
পায়ে সিটো হেন বৈকুণ্ঠক মাধৱৰ ॥
যাৰ অৰ্থে বনক চলয় ৰাজাগণ ।
তাক গৃহে পায়ে কৰি শ্ৰবণ-কীৰ্ত্তন ॥
কহিলা পৰম তত্ত্ব শুক মুনিবৰ ।
প্ৰবুদ্ধ সিদ্ধৰ বাক্য শুনা আতপৰ ॥
একাদশ স্কন্ধে আছে তৃতীয় আধ্যাত ।
কহন্ত সাদৰে নিমি ৰাজাৰ আগত ॥
ঈশ্বৰ হৰিৰ জন্ম-কৰ্ম্ম-গুণ যত ।
শ্ৰৱণ কীৰ্ত্তন ধ্যান কৰিব সতত ॥
হৰিৰ উদ্দেশে কৰ্ম্ম কৰিব নিশেষ ।
কৰিব ভাবনা লৈয়া গুৰু-উপদেশ ॥
তপ জপ দান সদাচাৰ ধৰ্ম্মচয় ।
পুত্ৰ দাৰা দেহ গেহ আদি সমস্তয় ॥
গন্ধ চন্দনাদি আত্মপ্ৰিয় বস্তু যত ।
সেৱকতাভাবে সমৰ্পিব মাধৱত ॥
সংহৰিয়া থৈলো ইটো বাক্য প্ৰবুদ্ধৰ ।
শুনা আৰো কহোঁ বাক্য ঈশ্বৰ কৃষ্ণৰ ॥

একাদশ স্কন্ধে একাদশ অধ্যায়ত ।
ভকতিৰ লক্ষণ কহন্ত উদ্ধৱত ॥
মোহোৰ ভক্তক আৰো মোৰ প্ৰতিমাক ।
পৰশিব দেখিব বুলিব স্তুতি বাক ॥
পৰিচৰ্য্যা পূজা আৰো কৰিব বন্দন ।
গুণ-নাম-কৰ্ম্ম সদা কৰিব কীৰ্ত্তন ॥
হৈবে আতি শ্ৰদ্ধা মোৰ কথা-শ্ৰৱণত ।
কৰিবেক ধ্যান মাত্ৰ মোকেসে সতত ॥
সমস্তকে আমাত অৰ্চ্চিবে যিবা পাৰে ।
মোকে মাত্ৰ দেহক অৰ্পিবে দাসভাৱে ॥
কেৱলে মোহোৰ জন্ম-কৰ্ম্মক কৰিব ।
পৰ্ব্বে পৰ্ব্বে মোহোৰেসে আনন্দ কৰিব ॥
গায়া গীত বায়া বাদ্য নাচিব প্ৰত্যেক ।
গোষ্ঠী হুয়া মোৰ গৃহোৎসৱ কৰিবেক ॥
যাত্ৰা-মহোৎসৱচয় কৰিব আমাৰ ।
দিবেক আমাক নানা পুষ্প উপহাৰ ॥
ধৰিব আমাৰ ব্ৰত সাৱধান মনে ।
থাপিব প্ৰতিমা মোৰ শ্ৰদ্ধায়ে যতনে ॥
অনেকে একত্ৰ হুয়া কৰিয়া উদ্যম ।
নিৰ্ম্মিব মোহোৰ পুৰী মন্দিৰ উত্তম ॥
উপবন-উদ্যান কৰিব ক্ৰীড়া-স্থান ।
মাৰ্জ্জিব লিপিব গৃহ হুয়া সাৱধান ॥

দাসে যেন আমাৰ কৰিব কৰ্ম্মচয়।
তেজিব কপট-দম্ভ-মান সমস্তয় ॥
মোৰ কৰ্ম্ম কৰিয়া কাহাকো নাভাষিব।
মোতে দ্ৰব্য নিবেদিয়া স্বীকাৰ তেজিব ॥
ৰাগে লোভে নাপাৰয় তেজিতে স্বীকাৰ।
সাধাৰণ বেলাত নাহিকে অধিকাৰ ॥
ভক্তিভাৱে পাৰয় স্বীকাৰ তেজিবাক।
যেন ফল নৈবেদ্য ভোজনে শুনা তাক ॥
ছয় মাস উপবাসে ব্ৰত আচৰয়।
তাতো যেন ফলচয় কহিয়া আছয় ॥
কলিত বিষ্ণুৰ ভুঞ্জি নৈবেদ্য গ্ৰাসেক।
সিটো পুণ্য সমস্তকে পাৱয় প্ৰত্যেক ॥
মুখত হৰিৰ নাম ৰূপ হৃদয়ত।
হৰিৰ নৈবেদ্য-মাত্ৰ যাৰ উদৰত ॥
হৰি-পাদোদক যাৰ নিৰ্ম্মাল্য মাথাত।
জানিবাহা সেহিজন অচ্যুত সাক্ষাত ॥
দেৱতা পিতৃক দেই বিষ্ণুৰ অন্নক।
ভুঞ্জিয়া অনন্ত গুণ পাস্ত সন্তোষক ॥
পিতৃ-শেষ-দ্ৰব্য দেই দ্বিজনে হৰিক।
কৰয় বেতসদান আপোন পিতৃক ॥
পৰম পাতকী আৰ নাহি তাক সম।
হোৱে ক্লেশ-ভাগী সিটোজন নৰাধম ॥

এতেকে আমক নিবেদিত বস্তু যত।
নকৰিব নিবেদন আত্মা-ঈশ্বৰত॥
আত অনন্তৰে শুনা বাক্য নাৰদৰ।
পঞ্চম অধ্যায়ে আছে প্ৰথম স্কন্ধৰ॥
বোলন্ত শুনিয়োঁ ব্যাস ঋষি মহাশয়।
যদি পদ-চাতুৰি বাক্যত নাহিকয়॥
আছে বচনত মাত্ৰ কৃষ্ণ-যশচয়।
পৰম পবিত্ৰ বাক্য সেহিসে নিশ্চয়॥
তাকেসে বচন বুলি মহাজনে ধৰে।
নৰসমূহৰ পাপ সেহি বাক্যে হৰে॥
যিহেতু নামক মহা মহন্তসকলে।
কহন্তা থাকিলে শুনে মহা কৌতূহলে॥
শুনন্তা থাকিলে মহা আনন্দে কহয়।
কহন্তা শুনন্তা যেবে তুয়ো নথাকয়॥
আপুনি গাৱয় সদা নাম মাধৱৰ।
এতেকেসে নামযুক্ত বাক্য শ্ৰেষ্ঠতৰ॥
পূৰ্ব্বে ময়ো লজ্জা স্পৃহা সদসৎস্বৰক।
তেজিয়া আনন্দে গায়া কৃষ্ণৰ নামক॥
পৃথিবীত ভ্ৰমিলোহো আপেক্ষি কালক।
এহিমানে থৈলোহো নাৰদ-বচনক॥
প্ৰথম স্কন্ধত আৰো আঠ অধ্যায়ত।
বোলন্ত বচন কুন্তী কৃষ্ণৰ আগত॥

তযু লীলা-কথা শুনে গায় মনে স্মৰে।
আনে গাৱে তাহাক প্ৰশংসে যিটো নৰে॥
দেখে সিটো শীঘ্ৰে তযু চৰণ-পদ্মক।
যাক পাইলে এৰায় সংসাৰ দুঃখক॥
শুনা আৰো তাতে অষ্টাদশ অধ্যায়ত।
শৌনকাদি-ঋষি-বাক্য সূতৰ আগত॥
বোলন্ত শুনিয়ো সূত কহোঁ সাৰেসাৰ।
নাহিকে বিশ্বাস ইটো কৰ্ম্মত আমাৰ॥
ফলৰো নিশ্চয় নাহি বিঘিনি বহুত।
এতেকে বিশ্বাস তেজিলোহো জানা সূত॥
কৃষ্ণ-পাদ-পদ্ম-মধু কৰায়োক পান।
জুৰাওক শৰীৰ হোক সন্তোপ নিৰ্য্যাণ॥
প্ৰথম স্কন্ধত আৰো দ্বিতীয় অধ্যায়ত।
সূতৰ বচন শৌনকাদিৰ আগত॥
বোলন্ত যতেক ধৰ্ম্ম আছয় সকল।
ভক্তি বিনে সিটো ধৰ্ম্ম শ্ৰমসে কেৱল॥
ভকতি প্ৰধান ধৰ্ম্ম এতেকে সদায়।
মহাযত্নে আচৰিব পৰম শ্ৰদ্ধায়॥
নিশ্চয় কৰিয়া একে হৰিতেসে মন।
কৰিব হৰিৰ সদা শ্ৰৱণ-কীৰ্ত্তন॥
হৰিসে পৰম ধ্যেয় হৰি মাত্ৰ পূজ্য।
কহিলোহো তোমাসাত এহি মহা গুহ্য॥

ইটো বাক্য অনুসাৰে জানা সাধু যত ।
হুয়া এক-শৰণ কৃষ্ণৰ চৰণত ॥
কৃষ্ণত ভকতি কৰি তৰয় সংসাৰ ।
আত বিনে নাহিকে উপায় আন আৰ ॥
ভক্তিযোগ-মাহাত্ম্যতে ভক্তি-ৰত্নাকৰে ।
ভৈলা এই নির্ণয় জানিবা সবে নৰে ॥
কৃষ্ণত কৰিয়ো এক-শৰণ নিশ্চয় ।
কৰিয়ো ভকতি মিছা তেজিয়া সংশয় ॥
বিষ্ণু-ভকতৰ সঙ্গ লৈয়ো সৰ্ব্বক্ষণ ।
কৰিয়ো শ্ৰৱণ সদা হৰি-গুণগণ ॥
দুর্ঘোৰ সংসাৰ তেবে তৰিবাহা সুখে ।
পৰম যতনে ৰাম ৰাম বোলা মুখে ॥

———

# একাদশ মাহাত্ম্য

## উত্তমা ভকতি

### ছবি

আত অনন্তৰে আবে কৰো নিৰূপণ মহা
উত্তমা-ভকতি মাধৱৰ ।
কপিলত দেৱহূতি পুছিলা উত্তমা-ভক্তি
শুনি দিলা কপিলে উত্তৰ ॥
শুনা মাতৃ সাৱধানে কহো ভজু বিত্তমানে
উত্তমা-ভকতি যেন নয় ।

হুয়া শুদ্ধ-মন অতি সকল ইন্দ্রিয়-বৃত্তি
বিষ্ণুত অযত্নে প্ৰবৰ্ত্তয় ॥
নবাঞ্ছয় একো কাম জানিবা তাহাযে নাম
ভাগৱতী ভকতী উত্তম ।
মোক্ষত অধিক ইটো ভকতিৰ সুখ অতি
পৰম আনন্দ নিৰুপম ॥
ভকতিয়ে পুৰুষৰ লিঙ্গ-দেহ ভগ্ন কৰে
বিনাযত্নে মুকুতিক পাৱে ।
যেন উদৰৰ বহ্নি ভুঞ্জে প্ৰাণী অন্ন যত
জীৰ্ণ কৰে সবাকো স্বভাৱে ॥
মুকুতিত কৰি যেন ভকতি গৰিষ্ঠ অতি
কহো শুনা সাৱধান মনে ।
সাযুজ্য-মোক্ষকো মোৰ নবাঞ্ছয় কদাচিত
আমাৰ একান্ত ভক্তগণে ॥
মোৰ পদ-সেৱাতেসে সদায় পৰম ৰতি
মোৰ অৰ্থে যত চেষ্টা কৰে ।
অন্যে অন্যে আসকতি হুয়া মোৰ গুণ গায়
প্ৰশংসয় মোক নিৰন্তৰে ॥
ইহ-পৰলোক-সুখ পুত্ৰ-দাৰা আনো যত
ধন-জন-দেহ-গেহ যত ।
সৱ তেজি মোকে মাত্ৰ অনন্য-ভকতিভাৱে
ভজে যিটো মোৰ চৰণত ॥

ভ্রুকুটি-মুকুতি-পদ ভকতিক দিয়া তাক
করো পাৰ ঘোৰ সংসাৰৰ।
ভকতি-আনন্দে পূৰ্ণ হুয়া একো নবাঞ্ছয়
আমাৰ ভকত নিৰন্তৰ ॥
বৈকুণ্ঠৰ সালোক্যাদি পদচয় যাচি দেন্তো
ভক্তিবিনে তাকো নলৱয়।
নবাঞ্ছয় আন কাম আমাৰ ভকতসবে
ক্রিয়া আত কহিবে লাগয় ॥
কহিলোহো ইটো কথা তৃতীয় স্কন্ধত জানা
আছে উনত্ৰিশ অধ্যায়ত।
ষষ্ঠ স্কন্ধে শুনিয়োক প্ৰথম অধ্যায়ে আছে
শুকৰ বচন যেনমত ॥
ৰাজাক বোলন্ত শুনা জ্ঞান-প্ৰায়শ্চিত্ত জানা
আতিশয় পৰম দুষ্কৰ।
এতেকে বিমল ভক্তে কেৱলে ভকতি মাত্ৰ
বিনাশে পাতক নিৰন্তৰ ॥
যেন সূৰ্য্যে জগতৰ নিহ্নৰ নিঃশেষে শোষে
সেহিমতে ভক্তি পাপ হৰে।
কৃষ্ণৰ উত্তম-ভক্তি মহা মুখ্য প্ৰায়শ্চিত্ত
নাহি আৰ আন আত পৰে ॥
পঞ্চম স্কন্ধৰ ষষ্ঠ অধ্যায়ত শুনা আৰো
শুকৰ বচন যেনমত।

ৰাজাক বোলন্ত মাত্তি ভকতি ত্নুৰ্ল্লভ আত্তি
শুনা কহোঁ তোমাত সাম্প্রত ॥
যাদৱ পাণ্ডৱ ইসে ত্নুভয় বংশক কৃষ্ণে
ভকতিত বশ্য হুয়া অত্তি।
পালিলা পুষিলা নিত উপদেশ দিয়া হিত
কুশল চিন্তিলা দিনে-ৰাতি ॥
কদাচিতো কৃষ্ণ দেৱে যুধিষ্ঠিৰ সমস্তৰ
কিঙ্কৰালি কৰ্ম্মো কৰিলন্ত।
ইটো ভক্তি ভেজি যিটো আন মন্তে ভজে তাঙ্ক
মুকুতিক দেন্ত ভগৱন্ত ॥
সপ্রেম ভকতি যোগ কদাচিতো নপাৱয়
কহিলোহো ইটো নিষ্ঠে নিষ্ঠ।
জানিবা নৃপতি তুমি মুকুতি-সুখত কৰি
ভকতিসি পৰম গৰিষ্ঠ ॥
মুকুতি-সুখত কৰি ভকতি অধিক অত্তি
দেখাওঁ বেদ-বচনে ইহাক।
দশম স্কন্ধত সাত- আশী অধ্যায়ত বেদে
স্তুতি কৰে কৃষ্ণ দেৱতাক ॥
হে কৃষ্ণ তয়ু কথা অমৃত সাগৰে ক্রীড়া
কৰে যিটো আনন্দে পৰম।
সেহিটো একান্ত ভক্ত ধৰ্ম্ম অৰ্থ কাম মোক্ষ
চাৰিবৰ্গ কৰে তৃণসম ॥

একাদশ স্কন্ধে আৰো চতুৰ্দ্দশ অধ্যায়ত
মুখ্য-ভক্তি কহন্ত ঈশ্বৰে।
বোলন্ত উদ্ধৱ মোত মন অৰ্পি সমস্তত
নিৰপেক্ষ ভৈল যিটো নৰে॥
আত্মাৰ স্বৰূপ মই পৰম-আনন্দ-ৰূপে
হওঁ তাত সাক্ষাতে বেকত।
পাৱে যিটো সিটো সুখ তেন সুখ কৈত পাইব
যাৰ মন ৰমে বিষয়ত॥
এহি একাদশে পুনু প্ৰবুদ্ধ বচন শুনা
আছয় তৃতীয় অধ্যায়ত।
নিমিক বোলন্ত সিদ্ধে যি কালত নৰে জানা
বিত্ত-আশা এৰিয়া মনত॥
একান্ত ভকতিভাবে ভজয় কৃষ্ণৰ পাৱে
মিলে তেৱে মহা ভাগ্যোদয়।
চিত্তৰ যতেক মল ভকতি বিনাশে সবে
হোন্ত আসি ঈশ্বৰ উদয়॥
নিৰ্ম্মল চক্ষুৱে যেন সাক্ষাতে সূৰ্য্যক দেখে
সেহিমতে কৃষ্ণক পাৱয়।
সিদ্ধৰ বচন ইটো এহিমানে সংহৰিলো
কহোঁ আৰে যুগুতি-নিৰ্ণয়॥
ইটো সব বচনৰ অনুসাৰে বুজিবেক
লৈয়া এক কৃষ্ণত শৰণ।

উত্তম-ভকতি ধৰি　　লভে ভগৱন্ত হৰি
জানিবা ইহাক সৰ্ব্বজন ॥
অন্যথা প্ৰকাৰে ইটো　　নলভে পৰম গতি
এহিমানে পৰম নিৰ্ণিত ।
হেন জানি কৃষ্ণ-পাৱে　শৰণ লৈয়োক সৱে
বুদ্ধি কৰি কৃষ্ণত নিশ্চিত ॥
আন আশা পৰিহৰি　　উত্তম-ভকতি ধৰি
হুয়ো সুখে সাগৰক পাৰ ।
এৰি সবে আন কাম　ডাকি বোলা ৰাম ৰাম
জন্ম সাফলিয়ো আপোনাৰ ॥

---

## দ্বাদশ মাহাত্ম্য

### অন্তৰঙ্গা ভক্তি

#### পদ

আতপৰে অন্তৰঙ্গা ভক্তি মাধৱৰ ।
শুনা সাৱধানে সাধুসৱ নিৰন্তৰ ॥
সমস্তে বেদৰ সাৰ উদ্ধাৰিয়া আনি ।
উদ্ধৱত কৃপায়ে কহন্ত চক্ৰপাণি ॥
বাহিৰে ভিতৰে জানা সমস্তে ভূতৰ ।
পৰিপূৰ্ণৰূপে আছো মই মহেশ্বৰ ॥
যেন জগতকে ব্যাপি আছয় আকাশ ।
সেহিমতে সমস্ততে কৰোহো প্ৰকাশ ॥

নোছোৱয় মোক দোষ-গুণে জগতৰ।
দেখিবাহা সবাতে আমাক নিৰন্তৰ॥
শুনিয়োক কহো আৰে ইহাৰ সাধন।
জ্ঞান-ৰূপ দৃষ্টি ধৰি কৰিয়ো যতন॥
সমস্তে প্ৰাণীকে মোৰ ৰূপ মনে মানি॥
কৰা ভুক্তি-প্ৰণতি উদ্ধৱ মহাজ্ঞানী॥
ব্ৰাহ্মণ চণ্ডাল চোৰ দাতা ক্ৰুৰ শান্ত।
সবাতে আমাক তুমি দেখিবা নিতান্ত॥
তেজি লাজ গৰ্ব্ব মান হুয়া উপশাম।
সমস্তকে দণ্ডবতে কৰিবা প্ৰণাম॥
সমস্তে ভূতত মোক নেদেখাহা যেবে।
কায়বাক্যমনে যত্নে উপাসিবা তেবে॥
সবাতে ঈশ্বৰ-দৃষ্টি ভৈলা আসি যেবে।
গুচিবে সংশয় কৃতকৃত্য হৈবা তেবে॥
সৰ্ব্ব সাধনতে ইটো মহা মুখ্যতম।
ইটো মোৰ সম্মত জানিবা নৰোত্তম॥
আছন্ত বহুত যদি মোক্ষৰ উপায়।
মুখ্যতম পন্থ আত পৰে আন নাই॥
কহিলো আপোন মুখে ইটো ধৰ্ম্ম সাৰ।
নাহিকে বিনাশ জানা অল্পও ইহাৰ॥
কৈবো কিবা মোহোৰ ধৰ্ম্মৰ নাহি নাশ।
যতেক লৌকিক ধৰ্ম্ম নিষ্ফল আয়াস॥

সিসব হোৱয় ধৰ্ম্ম অৰ্পিলে আমাত।
কহিলো নিশ্চয়ে ইটো উদ্ধৱ তোমাত ॥
শুনিয়ো দৃষ্টান্ত কহো বৃথা আয়াসৰ।
ভয় শোকাদিৰ অৰ্থে লোক নিৰন্তৰ ॥
পলায়ন ক্রন্দনাদি দুঃখক কৰয়।
তথাপিতো সুগুচয় যত শোকচয় ॥
সেহিমতে যতেক নিষ্ফল ধৰ্ম্মচয়।
আমাত অৰ্পিলে সিটো সফল হোৱয় ॥
এতেকেসে সেহিজন মহা বুদ্ধিমন্ত।
পৰম চতুৰ সিসি মনুষ্য মহন্ত ॥
বিনাশী শৰীৰে যিটো আমাক ভজিয়া।
মই মহা সত্য ঈশ্বৰক পাৱে গৈয়া ॥
এহিমানে থৈলো ইটো বাক্য ঈশ্বৰৰ।
একাদশ স্কন্ধে আছে জানা সাধু নৰ ॥
ইটো সব বাক্য অনুসাৰে ঈশ্বৰৰ।
লৈয়া এক শৰণ চৰণে মাধৱৰ ॥
মুখ্যতম অন্তৰঙ্গা ভকতি মাত্রত।
পায়ে ভগৱন্তক কহিলো সাৰতত্ত্ব ॥
অন্যথা প্রকাৰে নাপায় ঈশ্বৰ কৃষ্ণক।
কৰিলোহো সমাপত ইটো মাহাত্ম্যক ॥
শুনিলাহা সব যেন বাক্য ঈশ্বৰৰ।
জানি যত্নে ভকতি কৰিয়ো মাধৱৰ ॥

---

# ত্ৰয়োদশ মাহাত্ম্য

## নিৰ্গুণা-ভকতি

### পদ

কৰো নিৰূপণ আৰে নিৰ্গুণা ভকতি।
দেৱহুতি মাতৃত কপিল মিগদতি॥
তৃতীয় স্কন্ধত ঊনত্ৰিশ অধ্যায়ত।
কহন্ত কপিলে নিজ মাতৃৰ আগত॥
সগুণ-ভকতি-ভেদ একাশী প্ৰকাৰ।
নিৰ্গুণ-ভকতি একেবিধ মাধৱৰ।
জানা মাতৃ মোৰ গুণ-শ্ৰৱণ মাত্ৰত।
মোতেসে পৰম গতি ভৈলেক সতত॥
ভেদ দূৰ ভৈলে কৰে নিষ্কামে ভকতি।
নিৰ্গুণ-ভকতি এহি কহিলো সম্প্ৰতি॥
এহিমানে থৈলো ইটো বাক্য কপিলৰ।
কৃষ্ণৰ বচন কহো শুনা আতপৰ॥
একাদশ স্কন্ধে পঞ্চ বিংশতি অধ্যায়ত।
কহন্ত ঈশ্বৰ কৃষ্ণে সাধু উদ্ধৱত॥
তিনি গুণময় জ্ঞান-কৰ্ম্ম আদি যত।
সেহি কৰ্ম্মে বন্ধ হুয়া জীৱে সংসাৰত॥
ফুৰি থাকে নানাবিধ শৰীৰক ধৰি।
এৰাৱে গুণক মোৰ ভকতি আচৰি॥
মোতে নিষ্ঠ হুয়া মোক ভক্তি মাত্ৰ কৰে।
তেবে অনায়াসে মোক্ষ পাৱে সিটো নৰে॥
এতেকেসে যিটো জন হোৱে বিচক্ষণ।
ভজোক আমাক মাত্ৰ কৰিয়া যতন॥

পায়া আছে নৰ-দেহা সবাতে উত্তম ।
জ্ঞান-বিজ্ঞানৰ ইটো সাধন পৰম ॥
হেন দেহা পায়া গুণ-সঙ্গ পৰিহৰি ।
ভজোক মোকেসে মাত্র একচিত্ত কৰি ॥
ঈশ্বৰ কৃষ্ণৰ বাক্য থৈলো এহিমানে ।
কুন্তীৰ বচন আৰে শুনা সাৱধানে ॥
প্ৰথম স্কন্ধৰ আছে আঠ অধ্যায়ত ।
বোলয় বচন কুন্তী কৃষ্ণৰ আগত ॥
হে প্ৰভু তোমাতে একান্ত মোৰ মতি ।
বিঘিনিকো নগণি কৰোক সদা ৰতি ॥
যেন গঙ্গা প্ৰতিবন্ধ নগণিয়া আতি ।
সাগৰত বহিয়া পৰয় দিনে ৰাতি ॥
সেহিমতে মোৰ মন তোমাতে ৰহোক ।
যত নানা বিঘিনি তাহাকো নগণোক ॥
থৈলো এহিমানে ইটো কুন্তীৰ বচন ।
ভগৱন্ত-বাক্য পুনু শুনা সৰ্ব্বজন ॥
একাদশ স্কন্ধে একাদশ অধ্যায়ত ।
কহন্ত সাক্ষাতে কৃষ্ণ দেৱে উদ্ধৱত ॥
মোৰ ভজনৰ জানা প্ৰতাপ পৰম ।
এতেকে উদ্ধৱ তুমি কৰিয়া নিয়ম ॥
যত বিধি-নিষেধ বেদৰ যত ধৰ্ম্ম ।
যিবা জানি শুনি আছা আনো সব কৰ্ম্ম ॥

সমস্তকে তুমি তেজি কায়-বাক্য-মনে।
লৈয়োক শৰণ মোত পৰম যতনে॥
নকৰিবা ভয় তুমি কিঞ্চিতো মনত।
কৰিবোহো ৰক্ষা মই সমস্ত ভয়ত॥
সমস্তে গীতাৰ মৰ্ম্ম উদ্ধাৰিয়া আনি।
অৰ্জ্জুনত কৃপায়ে কহন্ত চক্ৰপাণি॥
বোলে অৰ্জ্জুনক শুনা বান্ধৱ পৰম।
কহোঁ গুহ্যতমতো পৰম গুহ্যতম॥
সিজয় সমস্তে ধৰ্ম্ম মোৰ ভকতিত।
সুহৃদ বিশ্বাসে হেন কাৰিয়া বুদ্ধিত॥
তেজি বিধি-কিঙ্কৰ যতেক ধৰ্ম্মগণ।
মোতেসে কেৱলে এক হুয়োক শৰণ॥
কৰ্ম্ম-ত্যাগ নিমিত্তে সিজয় পাপচয়।
ইটো শোক নকৰিবা তুমি ধনঞ্জয়॥
যিহেতু আমাতে তুমি লৈলাহা শৰণ।
সমস্ত পাপতে মই কৰিবো ৰক্ষণ॥
ইটো সব কৃষ্ণৰ বচন অনুসাৰে।
কৰিয়ো শৰণ এক কৃষ্ণ দেৱতাৰে॥
নিৰ্গুণ-ভকতি কৰি পাৱে মাধৱক।
আনমতে অপাৱয় ঈশ্বৰ কৃষ্ণক॥
এহিমতে নিৰ্ণীত ভৈলা জানি বুধগণ।
সত্বৰে কৃষ্ণৰ পাৱে পশিয়ো শৰণ॥
কৰিয়ো কৃষ্ণত সদা নিৰ্গুণা ভকতি।
নিৰ্গুণা-মাহাত্ম্য এহিমানে সমাপতি॥

# চতুৰ্দ্দশ মাহাত্ম্য

## সপ্ৰেম ভকতি

### পদ

শুনিয়োক ইদানিক সপ্ৰেম-ভকতি।
কবিৰ বচন নিমি নৃপতিক প্ৰতি ॥
আছে একাদশ স্কন্ধে দ্বিতীয় অধ্যায়ত।
জ্ঞান-যোগ কৰ্ম্ম-যোগ কৈলা যেনমত ॥
পৰম দুষ্কৰ সিটো জানিয়া দুনাই।
কহন্ত সুগম পথ ৰাজাক বুজাই ॥
মাধৱৰ জন্ম-কৰ্ম্ম-লীলা যত যত।
গীত-নামচয় যিটো প্ৰসিদ্ধ লোকত ॥
শ্ৰৱণ-কীৰ্ত্তন তাকে সদায়ে কৰিব।
লাজ ভয় স্পৃহা আদি সমস্তে তেজিব ॥
এহিমতে প্ৰিয় মাধৱৰ গুণ-নাম।
শ্ৰৱণ কীৰ্ত্তন মাত্ৰ কৰে অবিশ্ৰাম ॥
এতেকে ওপজে প্ৰেম-ভকতি কৃষ্ণত।
হোৱে চিত্ত দ্ৰৱ মিলে আনন্দ মনত ॥
জানি ভকতৰ বশ্য ভগৱন্ত হৰি।
পৰম কৌতুকে আতি হাসে উচ্চ কৰি ॥
এতকাল ভৈলোঁ হেন ঈশ্বৰ-বঞ্চিত।
এহি বুলি শোকে পৰি কান্দে কদাচিত ॥
কতো আসি উৎসুক মিলয় অতি মনে।
তাক চাৰি ৰাম কৃষ্ণ বোলে ঘনে ঘনে ॥

কতো পাইলো পাইলো বুলি নাচে আনন্দন্ত ।
কৃষ্ণ-গ্রাহে ধৰে যেন হোৱে উনমত্ত ॥
তৈলেক বাহিৰ সিটো সংসাৰ ধৰ্ম্মৰ ।
তাক পাই তৰে মাত্র যত্ত চৰাচৰ ॥
বুলিবাহা যিটো জন যোগী মহামতি ।
তাৰো বহু যত্নত দুৰ্ল্লভ ইটো গতি ॥
হুই কেন একে জন্মে কীৰ্ত্তনে নামৰ ।
দৃষ্টান্তে সহিতে কহোঁ ইহাৰ উত্তৰ ॥
ক্ষুধাতুৰ নৰে যেন অন্নক ভুঞ্জয় ।
পাৱে সুখ গুচে ক্ষুধা উদৰো ভৰয় ॥
কিছু কিছু কৰি প্ৰতি গ্ৰাসে বৃদ্ধি হয় ।
বহু গ্ৰাস ভুঞ্জি মহা সন্তোষ লভয় ॥
সেহি মতে ঈশ্বৰক ভজন কালত ।
হোৱয় কিঞ্চিত প্ৰেম ভকতি কৃষ্ণত ॥
ঈশ্বৰৰ প্ৰসাদত বৈৰাগ্য মিলয় ।
ভজন-কালৰেপৰা তিনিও হোৱয় ॥
পৰম প্ৰেমাদি হোৱে ভজন্তে সদায় ।
কহিলোঁ তোমাত ইটো তত্ব যিমি যায় ॥
সেহি একাদশে আৰো প্ৰবুদ্ধে কহন্ত ।
যিমিক বোলন্ত শুনা ৰাজা মহা সন্ত ॥
অন্যোন্যে হৰিক স্মৰায় সুমৰাই ।
মহাপ্ৰেম ভকতি তাহাতে উপজয় ॥

হোৱে পুলকিত তনু কতো কান্দে হাসে ।
কতো নাচে গাৱে অলৌকিক বাক্য ভাসে ॥
কৰে হৰি-লীলা মহাপ্ৰেমে হুয়া মত্ত ।
স্তন পানে পুতনাৰ জীৱ কৰে হত ॥
চৰণৰ আগে উলটাৱে শকতক ।
অৰ্জ্জুন উভঞ্জে মাৰে অঘ-বৎস-বক ॥
এহিমতে নানাবিধ কৃষ্ণ-লীলা কৰে ।
মহা তুষ্ট হুয়া থাকে আনন্দৰ ভৰে ॥
প্ৰবুদ্ধৰ বাক্য ইটো থৈলোহো সংহৰি ।
কৃষ্ণৰ বচন শুনা এক-চিত্ত কৰি ॥
একাদশ স্কন্ধে চতুৰ্দ্দশ অধ্যায়ত ।
কহন্ত ঈশ্বৰ কৃষ্ণে সাধু উদ্ধৱত ॥
বোলন্ত উদ্ধৱ শুনা ভক্তিৰ মহিমা ।
ভকতিৰ অপাৰ গুণৰ নাহি সীমা ॥
মোৰ ভকতিক কৰে যিজনে আশ্ৰয় ।
কৈবেঁা কিবা ভক্তি তাক পৱিত্ৰ কৰয় ॥
সমস্তকে পৱিত্ৰ কৰয় সেহি জনে ।
কদাচিতো শঙ্কা আত নকৰিবা মনে ॥
প্ৰেমৰ ভৰত বাক্য গদ গদ কৰে ।
হোৱে চিত্ত দ্ৰৱ মাজে আনন্দ-সাগৰে ॥
কতো হাসে কতো কান্দে প্ৰেমে হুয়া মত্ত ।
লাজ এৰি নাচে গাৱে কৌতুকে মনত ॥

হেনয় মোহোৰ ভক্তিযুক্ত যিটো জন।
কৰয় পবিত্ৰ সিটো তিনিয়ো ভুৱন ॥
সেহি একাদশত পঞ্চম অধ্যায়ত।
নাৰদে কহন্ত বসুদেৱৰ আগত ॥
শিশুপাল শাল্ব আদি ৰাজাগণ যত।
শয়ন ভোজন আদি নানা সময়ত ॥
বৈৰভাৱে সদায়ে চিন্তিলে মাধৱক।
পাইলেক কৃষ্ণৰ সবে সমান ৰূপক ॥
প্ৰেমভাৱে ভাবে যিটো ঈশ্বৰ কৃষ্ণক।
কি কহিবো তেবে আৰ তাহাৰ ভাগ্যক ॥
ইসব বচন অনুসাৰে একমনে।
পশিয়া শৰণ এক কৃষ্ণৰ চৰণে ॥
সাধাৰণ-ভকতিয়ে কৃষ্ণক পাৱয়।
প্ৰেম-ভকতিৰ কথা কি কৈবে লাগয় ॥
ভক্তি-ৰত্নাকৰ গ্ৰন্থে ইটো মাহাত্ম্যত।
এহিমানে নিৰ্ণয় ভৈলেক স্বৰূপত ॥
শুনিলাহা সবে প্ৰেম-ভক্তিৰ মাহাত্ম্য।
কৰিয়ো নিশ্চয়বুদ্ধি আপোন মনত ॥
জানা এহিমাত্ৰে মাত্ৰ পৰম দুৰ্লভ।
আত বিনে আন যত সকল সুলভ ॥
জানি এক শৰণ লৈয়োক মাধৱত।
কৰিয়ো যতন সদা সাধুৰ সঙ্গত ॥

কহে ৰামচৰণে পৰম মূঢ়মতি ।
বোলা ৰাম ৰাম সবে গুচোক দুৰ্গতি ॥

—॥—

# পঞ্চদশ মাহাত্ম্য

## সগুণ-নিৰ্গুণ ভেদ

### ছবি

ইদানিক শুনা সবে সগুণ নিৰ্গুণ ভেদ
জ্ঞানাদিৰো কহোঁ চাৰি বিধ ।
দেহাদিক এৰি একে আমাভেসে ভৈলা জ্ঞান
সেহি জ্ঞান সাত্ত্বিক প্ৰসিদ্ধ ॥
দেহাদিক জানে মাত্ৰ ৰাজসিক সেহি জ্ঞান
জানিবাহা ইহাক নিশ্চয় ।
বালক মূকৰ তুল্য তামসিক সিটো জ্ঞান
কহিলোহো কৰিয়া নিৰ্ণয় ॥
মই ঈশ্বৰত মাত্ৰ ভৈল জ্ঞান যাৰ আসি
বোলয় নিৰ্গুণ জ্ঞান তাকে ।
কহোঁ পুনৰপি আৰো শুনা সাৱধান মনে
যিটো জন যিবা থানে থাকে ॥
সাত্ত্বিকসকলে বাসা কেৱলে বনত কৰে
ৰাজসিকে নগৰ-গ্ৰামত ।
জুৱা-পাশা খেলে যথা তামসিক জনে তথা
বাসা কৰি থাকয় সতত ॥
সাক্ষাতে বেকত হুয়া থাকোঁ মই যিথানত
সিটো থান নিৰ্গুণ প্ৰসিদ্ধ ।

নিগু´ণ পুৰুষ সত্ব সৰ্ব্বদায় থাকে তাত
শুনা আৰে কৰ্ত্তা চাৰি বিধ ॥
ফলক আসক্তি এৰি কৰ্ম্ম কৰে যিটো জনে
সিটো কৰ্ত্তা জানিবা সাত্বিক ।
কৰ্ম্মফলে অতিশয় নিমজিল মন যাৰ
জানা সিটো কৰ্ত্তা ৰাজসিক ॥
নজানি কৰয় কৰ্ম্ম জ্ঞানশূন্য মতিভ্ৰম
তামসিক কৰ্ত্তা বুলি তাক ।
আমাত কেৱলে এক শৰণ লৈলেক মাত্ৰ
বোলয় নিগু´ণ কৰ্ত্তা তাক ॥
চাৰিবিধ শ্ৰদ্ধা আৰে কহোঁ মই শুনিয়োক
শ্ৰদ্ধা একে আত্মায়ে কৰয় ।
জানিবা সাত্বিক সিটো ৰাজসিক শ্ৰদ্ধা যিটো
কেৱলে কৰ্ম্মত প্ৰবৰ্ত্তয় ॥
ধৰ্ম্ম বুলি অধৰ্ম্মত শ্ৰদ্ধা ভৈল যাৰ আসি
তাকে তামসিক বুলি কয় ।
মোহোৰ সেৱাৰ শ্ৰদ্ধা নিগু´ণ জানিবা নিষ্ঠে
কহোঁ শুনা ভজনৰ নয় ॥
অনায়াসে প্ৰাপ্ত হয় শুদ্ধ-হিত দ্ৰব্যচয়
ভুঞ্জয় সাত্বিক জনে তাক ।
ইন্দ্ৰিয়ৰ প্ৰীতি অতি জলা টেঙা আদি দ্ৰব্য
ৰাজসিকে ভুঞ্জয় ইহাক ॥

শৰীৰকো দুঃখ দেয় অপবিত্ৰ দ্ৰব্যচয়
তামসিকে ইহাকে ভুঞ্জয় ।
মোত নিবেদিত দ্ৰব্য নিৰ্গুণসকলে ভুঞ্জে
কহোঁ আৰে সুখৰ নিৰ্ণয় ॥
আত্মাভেদে হন্তে যিটো সুখ হয় উদভৱ
সিটো সুখ জানিবা সাত্ত্বিক ।
বিষয়-ভোগৰ হন্তে যিটো সুখ উপজয়
জানা সিটো সুখ ৰাজসিক ॥
দ্বন্দ্ব-বাদ মোহ হন্তে যিটো সুখ মিলে আসি
তামসিক সুখ বোলে তাক ।
মোহোৰ সেৱাৰ হন্তে যিটো সুখ মিলে আসি
বুলিবা নিৰ্গুণ সুখ আক ॥
দেহ পৰিবাৰ বেলা যিটো গুণ বাঢ়ি থাকে
তাৰ ফল কহোঁ শুনিয়োক ।
সত্ত্ব-গুণ বাঢ়ি থাকে যিটো প্ৰাণ তেজে তাতে
সিটো জন যায় স্বৰ্গলোক ॥
বাঢ়ি থাকে ৰজোগুণ তাতে যিটো এৰে প্ৰাণ
যায় সিটো মনুষ্য-লোকক ।
তমোগুণ আছে বাঢ়ি যিটো তাত প্ৰাণ এৰে
সিটো জন যায় নৰকক ॥
নিৰ্গুণ বিজন তাৰ মৰিবাক নলাগয়
জীৱন্তুতে আমাক পাৱয় ।

তিনি বিধ কৰ্ম্ম আৰে শুনিয়ো তোমাত কহোঁ
কৰ্ম্ম কৰি আমাত অৰ্পয় ॥
বুলিয়ো সাত্ত্বিক তাক ৰাজসিক যিটো কৰ্ম্ম
নানা ফল সঙ্কল্প কৰয় ।
দম্ভ-দৰ্প-মৎসৰাদি আছয় বিস্তৰ হিংসা
সিটো কৰ্ম্ম তামসী নিশ্চয় ॥
প্ৰকৰণ অৰ্থ আৰে উপসংহৰিয়া কওঁ
শুনিয়ো উদ্ধৱ সাৱধানে ।
গুণেসে কেৱল ইটো জনম-মৰণ নানা
সংসাৰৰ যত দুঃখমানে ॥
মোৰ পুণ্য-কথা-ৰশে শ্ৰৱণাদি ভক্তি-ৰসে
ছিন্দা গুণ চতুৰ যিজন ।
দুৰ্ল্লভ মনুষ্য তনু সুহিৰে সুলভ পুনু
কৈলো ইটো স্বৰূপ বচন ॥
ঈশ্বৰ কৃষ্ণৰ ইটো বচনৰ অনুসাৰে
লৈয়ো এক কৃষ্ণত শৰণ ।
তেজি গুণ-কৰ্ম্মচয় মাধৱৰ গুণচয়
কৰা সদা শ্ৰৱণ-কীৰ্ত্তন ॥
তৰয় সংসাৰ-ক্লেশ নতবে অন্যত্ৰ কৰ্ম্মে
এহিমানে ভৈলেক নিৰ্ণয় ।
জানি সবে কৃষ্ণ-পাৱে শৰণ কৰিয়ো সাৰ
গোৱা শুনা কৃষ্ণ-কথাচয় ॥

সংসাৰ-দুখ　　　　　লঙ্ঘিবা মুকুতি
সিদ্ধি হৈবে আন যত কাম।
ম্ন মনে ধৰি　　　　　আন কৰ্ম্ম পৰি
নিৰন্তৰে বোলা ৰাম ৰাম॥

—※—

# ষোড়শ মাহাত্ম্য

## উত্তম ভক্তৰ লক্ষণ

### পদ

উত্তম ভক্তৰ আৰে শুনিয়ো লক্ষণ।
নিমিৰ আগত হৰি সিদ্ধৰ বচন॥
দ্বিতীয় আখ্যাত আছে একাদশ স্কন্ধে।
উত্তম ভক্তৰ ধৰ্ম্ম কহন্ত প্ৰবন্ধে॥
সমস্ত প্ৰাণীক দেখে ঈশ্বৰ কৃষ্ণত।
হৰিক দেখয় যিটো প্ৰাণী সমস্তত॥
সম্পূৰ্ণ ঐশ্বৰ্য্যে ব্যাপি আছা জগতত।
হেন দেখে যিটো সেই মহাভাগৱত॥
নিমজিল চিত্ত যাৰ কৃষ্ণ চৰণত।
দেখে বিষ্ণুৰেসে মায়া সমস্তে জগত॥
ইন্দ্ৰিয়ৰ ভোগক আক্ৰোশ নকৰয়।
যেবে নকৰয় যদি আপুনি মিলয়॥
যদিবা কৰয় ভোগ জানে মায়াময়।
উত্তম ভকত এহি জানিবা নিশ্চয়॥

জনম-মৰণ-শ্ৰম-ক্ষুধা-তৃষ্ণা ভয়।
দেহ-ইন্দ্ৰি-প্ৰাণ-বুদ্ধি-মনৰ হোৱয় ॥
সংসাৰৰ ধৰ্ম্ম ইটো মোৰ সুহিকয়।
এহি মনে মানি সদা হৰি উচ্চাৰয় ॥
সুগুচে ক্ষণেকো হৰি-স্মৰণ মনত।
জানিবাহা সেহিজন পৰম ভকত ॥
কৰিলেক একে কৃষ্ণ দেৱক আশ্ৰয়।
কাম্য-কৰ্ম্ম-বাসনা চিত্তত নুপজয় ॥
মনৰ নুগুচে সদা হৰিক স্মৰণ।
কহিলোঁ উত্তম ভাগৱত সেহিজন ॥
লোভ-মোহ-কাম-ক্ৰোধ তেজিয়া হৰিষ।
মনত হৰিক স্মৰি ফুৰে অহৰ্নিশ ॥
এহিমতে মহাভক্তসবে প্ৰবৰ্ত্তয়।
কহিলোঁ তোমাত ইটো নৃপতি নিৰ্ণয় ॥
কোনো কৰ্ম্ম বৰ্ণাশ্ৰম-ধৰ্ম্ম আচৰয়।
তথাপি দেহত অহঙ্কাৰ নুপজয় ॥
কহিলোঁহো এহি চিহ্ন মহাভকতৰ।
শুনিয়ো স্বভাৱ কহোঁ ভকতসবৰ ॥
সমস্ত ভূততে সম শান্ত সৰ্ব্বদায়।
ধনে জনে আত্মপৰ ভেদ-বুদ্ধি নাই ॥
সমস্তৰে একে আত্মা মানয় মনত।
সেহি জন জানিবাহা উত্তম ভকত ॥

৯

লব-নিমিষার্দ্ধ কৃষ্ণ চৰণ-ভকতি ।
এৰিলে এভেকে পায় ত্রৈলোক্য-সম্পত্তি ॥
তভু হৰি-পদ-সেৱা ক্ষণার্দ্ধো নেৰয় ।
জানে হৰি-ভক্তি বিনে সাৰ নাহিকয় ॥
ত্রৈলোক্য-ঈশ্বৰ যত দেৱতাসকল ।
তাৰাসবে মতু পাৱে বিচাৰে কেৱল ॥
এভেকে ত্রৈলোক্য-পদ তুচ্ছ জানি মনে ।
কৃষ্ণৰ চৰণ-সেৱা নেৰয় যতনে ॥
প্রধান ভকত এহি জানিবা নিশ্চয় ।
কৰিবাহা ৰাজা মনে হেনয় সংশয় ॥
বিষয়ৰ কাম-তাপে মন চলি যাইব ।
হৰি-চৰণৰ সেৱা-সুখক নপাইব ॥
শুনিয়োক সাৱধানে উত্তৰ ইহাৰ ।
কৃষ্ণৰ চৰণ-নখ-মণি-চন্দ্রে যাৰ ॥
শীতল দীপিতি কৰি হৰে তাপচয় ।
হোৱে কৈত তাৰ আৰ সন্তাপ উদয় ॥
গুচে সূর্য্য-তাপ যেন চন্দ্র-উদয়ত ।
কৃষ্ণৰ সেৱায়ে তাপ হৰে সেহিমত ॥
কহিলোঁ স্বভাৱ যেন মহাভকতৰ ।
শুনা আৱে তাসম্বাৰ বাক্য নৃপবৰ ॥
সব পৰিহৰি কৃষ্ণ-নামক গাৱয় ।
নাম এৰি আন বৃথা কথা নভাৱয় ॥

কহিলোঁহো যত মহাভক্তৰ লক্ষণ ।
সবাতো অধিক শ্ৰেষ্ঠতম যিটোজন ॥
তাৰ কথা কহোঁ শুনিয়োক নৃপবৰ ।
ভৈল প্ৰেম-ভকতি কৃষ্ণত যিজনৰ ॥
তাহাৰ হৃদয় আৰ নচাৰন্ত হৰি ।
চৰণ-পদ্মত বান্ধিলন্ত প্ৰেম-জৰি ॥
যদি অকস্মাতে নাম লৈলে যিটোজন ।
হৰন্ত এতেকে তাৰ মহাপাপগণ ॥
হেনয় কৃষ্ণত প্ৰেম-ভক্তি ভৈল যাৰ ।
চাৰিব কিমতে আৰ হৃদয়ক তাৰ ॥
আতি যত্নে নেৰে আৰ ভকতে হৰিক ।
হৰিও নেৰন্ত আৰ কি কৈবোঁ অধিক ॥
জানা এহি ভকতেসে পৰম প্ৰধান ।
হৰি-সিদ্ধ-বচন থৈলোহোঁ এহিমান ॥
সেহি একাদশে চতুৰ্দ্দশ অধ্যায়ত ।
কহন্ত ঈশ্বৰ ভগৱন্তে উদ্ধৱত ॥
মোহোৰ পৰম যত ভকত একান্ত ।
অতি নিষ্কিঞ্চন সব চিত্ত শুদ্ধ-শান্ত ॥
মোক মনে ধৰি সদা সন্তোষ হৰিষ ।
তাসম্বাৰ সদা সুখময় দশোদিশ ॥
হয় পৰিপূৰ্ণ মন মোৰ ভজনত ।
ইন্দ্ৰ-ব্ৰহ্মা-পদে ইচ্ছা নাহিকে মনত ॥

সাৰ্ব্বভৌম-পদ পাতালৰ অধিপতি।
এৰি মোক যোগৰ সিদ্ধিত নাহি মতি ॥
মোক্ষক নাহিকে ইচ্ছা মোৰ ভকতৰ।
মই সে পৰম প্ৰিয় ভকতজনৰ ॥
ভকতেসে মোহোৰ পৰম প্ৰিয়তম।
নাহি আন প্ৰিয় মোৰ ভকতৰ সম ॥
ব্ৰহ্মা লক্ষ্মী মহাদেৱ ভ্ৰাতৃ সঙ্কৰ্ষণ।
ইটো মোৰ মূৰ্ত্তি দেখা অতি সুশোভন ॥
ইসবো নুহিকে প্ৰিয় ভকতৰ সম।
ভকতেসে জানা মোৰ সুহৃদ পৰম ॥
আছয় ব্ৰহ্মাণ্ড যত মোৰ উদৰত।
তাকে শুদ্ধ কৰিবেক ভক্তৰ পাচত ॥
ভ্ৰমো সদা ভকতক কৰিয়া আদৰ।
চৰণৰ ধূলা পৰি ভকতসৱৰ ॥
হোৱয় পবিত্ৰ যত ব্ৰহ্মাণ্ড আছয়।
কহিলোঁ তোমাত মঞি উদ্ধৱ নিশ্চয় ॥
মোৰ ভক্তসকল মোহোৰ ভজনত।
লভয় আনন্দ মহাসুখ যত যত ॥
সিটো সুখ ভকতে আপুনি জানে মাত্ৰ।
আন কোনে সিটো সুখ কহিবাৰ পাত্ৰ ॥
একোৰে অপেক্ষা যাৰ নাহিকয় মনে।
ভকতিৰ মহা সুখ লভে সিটো জনে ॥

মুকুতিৰ প্রতি যাৰ অপেক্ষা থাকয় ।
কদাচিতো সিটো ভক্তি সুখ-নপাৱয় ॥
থৈলো এহিমানে ইটো বাক্য মাধৱৰ ।
ভকতৰ প্রশংসা শুনিয়ো আতপৰ ॥
পঞ্চম স্কন্ধত চতুর্দ্দশ অধ্যায়ত ।
পৰীক্ষিত-বাক্য শুক মুনিৰ আগত ॥
বোলন্ত কহিয়ো শুনো ভৰত-চৰিত্র ।
মহাভাগৱত ৰাজা পৰম পবিত্র ॥
যুবাকালে-ভার্য্যা-পুত্র-মিত্র যত ৰাজ ।
বিষ্ঠা হেন তেজিয়া গৃহৰ ভৈলা বাজ ॥
কৃষ্ণৰ সেৱাত মনে মিলিলা উৎসুক ।
আৰাধিল বনে সদা মাধৱ বন্ধুক ॥
হেন ভকতৰ কথা শুনিবাক মন ।
এহিমানে থৈলো পৰীক্ষিতৰ বচন ॥
প্রথম অধ্যায়ে সেহি পঞ্চম স্কন্ধত ।
ব্রহ্মাৰ বচন প্রিয়ব্রতৰ আগত ॥
বোলন্ত শুনিয়ো ৰাজা বচন আমাৰ ।
হেনবা হৈবেক শঙ্কা মনত তোমাৰ ॥
গৃহে প্রবর্ত্তিয়া যিটো ভোগক ভুঞ্জয় ।
আৰ কৈত তাৰ অভিমান দূৰ হয় ॥
কৈতবা তাহাৰ মোক্ষ সংসাৰ-তৰণ ।
এতেকে গৃহক তেজি যাইব তপোবন ॥

ইহাৰ সিদ্ধান্ত শুনিয়োক মহাৰায় ।
প্ৰমত্ত পুৰুষ যদি বনে চলি যায় ॥
বনতো সংসাৰ তাৰ জানা সুগুচয় ।
যিবা হেতু ছয় শত্ৰু লগতে থাকয় ॥
ত্বক চক্ষু নাসিকা শ্ৰৱণ মুখ মন ।
এহি ছয় শত্ৰু পীড়া কৰয় সঘন ॥
যিটো জ্ঞানী জিতেন্দ্ৰিয় আত্মাত ৰময় ।
গৃহবাস-দোষে বা তাহাঙ্ক কি কৰয় ॥
হৰিৰ সেৱক তুমি পৰম মহন্ত ।
ইন্দ্ৰিয়সৱক জিনি ভৈলা উপশান্ত ॥
গৃহবাস বনবাস সমান তোমাৰ ।
এহিমানে সংহৰিলো বচন ব্ৰহ্মাৰ ॥
সপ্তম অধ্যায়ে আৰো প্ৰথম স্কন্ধত ।
সূতৰ বচন শৌনকাদিৰ আগত ॥
জীৱন্তে মুকুন্দ যিটো আত্মাত ৰময় ।
নিবৰ্ত্তিলে হৃদয়ৰ যত গ্ৰন্থিচয় ॥
সিসবো কৃষ্ণত কৰে নিষ্কাম ভকতি ।
পৰম একান্তভাৱে কৰি দৃঢ়-মতি ॥
বুলিবা মুকুন্দে কিয় কৰয় ভকতি ।
শঙ্কা দূৰ কৰি শুনা সিদ্ধান্ত সম্প্ৰতি ॥
হেনয় স্বভাৱ ইটো হৰিৰ নামৰ ।
আকৰ্ষি আনয় মন মুকুন্দসৱৰ ॥

সেহি প্ৰথমতে ত্ৰয়োদশ অধ্যায়ত ।
যুধিষ্ঠিৰ ৰাজায়ে বোলন্ত বিদুৰক ॥
অনেক তীৰ্থত তুমি কৰিলা ভ্ৰমণ ।
তীৰ্থত তোমাৰ কিছু নাহি প্ৰয়োজন ॥
কিন্তু অনুগ্ৰহ মাত্ৰ কৰিলা তীৰ্থক ।
তীৰ্থো শুদ্ধি হোৱে লাগ পাইলে মহন্তক ॥
পাপীৰ সম্পৰ্কে তীৰ্থ মলিন হোৱয় ।
হৰিক মনত লৈয়া ভক্তে পৰশয় ॥
গুচে পাপ তেহে শুদ্ধ হোৱে তীৰ্থগণ ।
এহিমানে থৈলো যুধিষ্ঠিৰৰ বচন ॥
পুনু আৰো তাতে অষ্টাদশ অধ্যায়ত ।
শমীকৰ বচন শুনিয়ো যেন মত ॥
শৃঙ্গীক বোলন্ত নৃপতিক দিলা শাপ ।
আমাত সিজিলা আসি মহা ঘোৰ পাপ ॥
যদি পুনু আমাক শাপয় পৰীক্ষিত ।
হোৱে তেবে আমাৰ পাপৰ প্ৰায়শ্চিত্ত ॥
ৰাজাৰো আছয় বল শাপ দিবে প্ৰতি ।
নাশাপিবে জানো ভাগৱত মহামতি ॥
নিন্দাবাদ অৱজ্ঞা কৰয় মহন্তক ।
যত্তপি মাৰয় হাতে বিষ্ণু-ভকতক ॥
পাৰন্তে নকৰে প্ৰতিকাৰ সাধুজনে ।
ক্ষমাশীল শান্ত ক্ৰোধ্ব সুপজয় মনে ॥

হৰিষ বিষাদ ভকতৰ নাহি কয় ।
তিনিগুণ-বৃত্তি সুখে দুঃখে নোছোৱয় ॥
কৰিলোহোঁ সমাপত ইটো মাহাত্ম্যক ।
হুয়া এক-শৰণ ভজিয়ো মাধৱক ॥
সাধাৰণ ভকতিতে মুকুতি পাৱয় ।
উত্তম-ভক্তিৰ কথা কি কৈবে লাগয় ॥
জানি এক-শৰণ হুয়োক মাধৱত ।
উত্তম-ভকতি মাত্র কৰিয়ো কৃষ্ণত ॥

---

# সপ্তদশ মাহাত্ম্য

## মধ্যম ভক্ত

### পদ

কহো আৰে মধ্যম ভক্তৰ মাহাত্ম্যক ।
যেন মতে সেৱা কৰে ঈশ্বৰ কৃষ্ণক ॥
একাদশ-স্কন্ধ-কথা দ্বিতীয় অধ্যায়ৰ ।
হৰি সিদ্ধে বোলন্ত শুনিয়ো নৃপবৰ ॥
ঈশ্বৰক দেখি যিটো মনে সমস্তত ।
সমানত মৈত্রী কৰে প্রীতি উত্তমত ॥
বিপক্ষত ক্ষমা কৰে কৃপা দুঃখীতত ।
জানা ৰাজা সেহি জন মধ্যম ভকত ॥
তাতে পুনৰপি কহোঁ তৃতীয় অধ্যায়ত ।
মহন্তৰ সঙ্গ আসি লৈব প্রথমত ॥
হুয়া আতি বিৰকিত মনে সমস্তত ।
সবাতে ঈশ্বৰ আছে মানিয়া মনত ॥

উপদেশ পায়া যথোচিতে প্ৰবৰ্ত্তয় ।
উত্তমত সেবা মহা শ্ৰদ্ধায়ে কৰয় ॥
হীনত কৰয় দয়া মৈত্ৰী সমানত ।
জানিবা নৃপতি সেহি মধ্যম ভকত ॥
অষ্টম অধ্যায়ে আৰো চতুৰ্থ স্কন্ধত ।
কহন্ত নাৰদ ঋষি ধ্ৰুৱৰ আগত ॥
গুণতো অধিক যিটো আপোনাত কৰি ।
তাকো দেখি প্ৰীতি অতি কৰিব সাদৰি ॥
নকৰিব কদাচিতো তাহাক অসূয়া ।
গুণাধম জন দেখি কৰিবেক দয়া ॥
সমানে সহিতে যিটো মিত্ৰতা কৰয় ।
সংসাৰৰ তিনি তাপে তাক নোছোৱয় ॥
এহিমানে থৈলোঁ ইটো বাক্য নাৰদৰ ।
তৃতীয় স্কন্ধত শুনা-বাক্য কপিলৰ ॥
মাতৃক বোলন্ত মই সমস্তে ভূতৰ ।
হৃদয়-পদ্মত জানা থাকোঁ নিৰন্তৰ ॥
অন্তৰ্য্যামী মঞি ঈশ্বৰক দেখি মনে ।
যথাযোগ্য চাৰিবিধ প্ৰাণীক যতনে ॥
কৰিবেক অৰ্চ্চা চাৰিপ্ৰকাৰে আমাক ।
সমানে সহিতে কৰিবেক মিত্ৰতাক ॥
উত্তমজনত মান, দান দৰিদ্ৰক ।
কৰিবেক ক্ষমা আতি বিপক্ষজনক ॥

এহিমতে জানা যিটো জন প্রবর্ত্তয় ।
তাকো সংসারৰ তিনি তাপে নোছোৱয় ॥
থৈলোহোঁ সংহৰি ইটো বাক্য কপিলৰ ।
কহিলোহোঁ লক্ষণ মধ্যম ভকতৰ ॥
ইত্যাদি বাক্যৰ শুনা নির্ণয় যিমত ।
হুয়ো এক-শৰণ কৃষ্ণৰ চৰণত ॥
এহিটো ভকতি-যোগে পায় মাধৱক ।
অন্যথা প্রকাৰে নাপায় ঈশ্বৰ কৃষ্ণক ॥
কৰিলোহোঁ সমাপত ইটো মাহাত্ম্যক ।
প্রাকৃত ভক্তৰ কথা শুনা ইদাণিক ॥

---

# অষ্টাদশ মাহাত্ম্য

## প্রাকৃত ভক্ত

### পদ

একাদশ স্কন্ধে আছে দ্বিতীয় আধ্যাত ।
হৰিৰ বচন নিমি ৰাজাৰ আগত ॥
নাহি মান্য ভক্তকো আনকো নাহিকয় ।
একে প্রতিমাতে মাত্র হৰিক পূজয় ॥
প্রাকৃত ভকত এহি জানিবা নৃপতি ।
হুইবে শ্রেষ্ঠ সিয়ো পাচে কৰন্তে ভকতি ॥
সেহি একাদশে চতুর্দ্দশ অধ্যায়ত ।
কহন্ত ঈশ্বৰ কৃষ্ণে সাধু উদ্ধৱত ॥

উত্তম তত্ত্বৰ কথা কিকৈৰোঁ আলোক ।
প্ৰাকৃতো কৃতাৰ্থ অতি কৰো শুনিয়োক ॥
আমাৰ ভকতে মত্তু জিনে ইন্দ্ৰিয়ক ।
যদ্যপি বিষয়ে নেয় আক্ৰোশি মনক ॥
হেন সে সামৰ্থ্য মোৰ ভক্তিৰ আছয় ।
বিষয়ৰ দোষে ভকতক মোহোৱয় ॥
যেন পাকাদিৰ অৰ্থে অগনি জ্বালয় ।
সেহি অগ্নি ভস্ম কৰে যত কাষ্ঠচয় ॥
সেহিমতে যদি ভক্তি আমাত কৰয় ।
বিষয়ৰ ৰাগে যদি মনক টানয় ॥
তথাপি সমস্ত পাপ ভস্ম কৰে তাৰ ।
আশ্চৰ্য্য মহিমা দেখা ভক্তিৰ আমাৰ ॥
ভকতিৰ অদভুত মহিমা কহন্তে ।
ভৈলা অতি আশ্চৰ্য্য আপুনি ভগৱন্তে ॥
পঞ্চম অধ্যায়ে আৰো প্ৰথম স্কন্ধত ।
নাৰদে কহন্ত বাক্য ব্যাসৰ আগত ॥
কাম্য কৰ্ম্ম মানে সবে হেতু অনৰ্থৰ ।
এতেক তেজিয়া ধৰা চৰিত্ৰ কৃষ্ণৰ ॥
বৰ্ণাইবা শাস্ত্ৰত মাত্ৰ কহিলো তোমাত ।
ইদানীক কহো আৰো শুনিয়ো সাক্ষাত ॥
আছয় স্বধৰ্ম্ম যত নিত্য-নৈমিত্তিক ।
তাকো অনাদৰি একে হৰি-ভকতিক ॥

দিয়ো উপদেশ তুমি কৈলো সাৰেসাৰ।
হেনবা হুইবেক শঙ্কা মনত তোমাৰ॥
মাধৱক ভজে যিটো তেজি স্বধৰ্ম্মক।
হোৱে যদি তাহাৰ ভকতি পৰিপক্ক॥
হুইবেক কৃতাৰ্থ তাৰ চিন্তা নাহিকয়।
যাহাৰ ভকতি পৰিপক্ক নতু হয়॥
হেলাতে ভৈলেক ভ্ৰষ্ট নুহি মৰিলেক।
স্বধৰ্ম্ম-ত্যাগত তাৰ অনৰ্থ হুইবেক॥
হেন শঙ্কা কদাচিতো নকৰিবা মনে।
স্বধৰ্ম্মকো ত্যজি হৰি ভজে যিটোজনে॥
ভক্তি পৰিপক্ক নতু হোৱন্তে মৰিল।
যদি কদাচিতো তাৰ ভকতি গুচিল॥
তথাপিতো অনৰ্থক শঙ্কা নাহি তাৰ।
ভক্তি-ৰসিকৰ নাহি কৰ্ম্মে অধিকাৰ॥
কটাক্ষ কৰিয়া কহো কৰি অঙ্গীকাৰ।
কুযোনিত জন্ম যদি হোৱয় তাহাৰ॥
তথাপিতো তাৰ অকল্যাণ নাহিকয়।
ভকতিৰ বাসনায়ে নিস্তাৰ কৰয়॥
কেৱলে স্বধৰ্ম্ম কৰে নভজে হৰিক।
তাত হন্তে কিবা অৰ্থ পাৱয় অধিক॥
কৈলো ভকতৰ কৈতো অকল্যাণ নাই।
শুনিয়োক এহি অৰ্থ কহওঁ তুমাই॥

মুকুন্দৰ চৰণ-সেৱক যিটো ভৈল।
যদি কদাচিতো সিটো কুযোনিক গৈল॥
তথাপি সংসাৰ তাপে তাকো নপাৱয়।
কেৱলে কৰ্ম্মত নিষ্ঠ যিজন হোৱয়॥
সিটো সংসাৰত দুঃখ পাৱে যেন মত।
মুকুন্দ-সেৱকজন নুহিকা সিমত॥
যাৰ মনে পৰশিল মুকুন্দ-চৰণ।
পুনু তেজিবাক ইচ্ছা নকৰে সিজন॥
সেৱা-ৰসে যিহেতু কৰিলে মন বশ্য।
এতেকেসে নেৰে সেৱা কহিলো ৰহস্য॥
সেহি প্ৰথমতে পুনু ষষ্ঠ অধ্যায়ত।
শুনিয়োক নাৰদে কহন্ত যেন মত॥
যম নিয়মাদি কৰি যোগৰ পথত।
কামে লোভে বাৰে বাৰে হোৱে প্ৰতিহত॥
যমাদি মনক শান্ত নকৰে সিমত।
মুকুন্দৰ সেৱায়ে শান্ত কৰে যেন মত॥
কৰে মন শান্ত কোনো সেৱায়ে কৃষ্ণৰ।
কি কৈবো কীৰ্ত্তন যেবে কৰে মাধৱৰ॥
এহিমানে থৈলো ইটো বাক্য নাৰদৰ।
কহো শুনিয়োক আৰো বচন শুকৰ॥
ৰাজাত কহন্ত শুকে ভক্তিৰ মহত্ত্ব।
ষষ্ঠ স্কন্ধে আছয় প্ৰথম অধ্যায়ত॥

ভকতিৰ অল্পমাত্ৰে পবিত্ৰ কৰয় ।
জানা ৰাজা ইহাত আশ্চৰ্য্য নাহিকয় ॥
অজ্ঞানয় ভকতিৰ গুণক যিজন ।
কৃষ্ণ-পাদ-পদ্মে একবাৰ মাত্ৰ মন ॥
নিবেশ কৰিলে আনি যেন তেন মতে ।
যম যম-দূতক জানিবা এতেকতে ॥
সপোনতো নেদেখয় সিটো কদাচিত ।
যিহেতু কৰিবে মহা মুখ্য প্ৰায়শ্চিত্ত ॥
এহিমানে শুক-বাক্য কৰিলো সংহাৰ ।
কহোঁ শুনা আৰো যেন বচন ব্ৰহ্মাৰ ।
দশম স্কন্ধত স্তুতি কৰন্ত কৃষ্ণক ।
বোলন্ত কহিবো কিবা তোমাৰ গুণক ॥
মাৰিবাক মনে দিলা পুতনায়ে স্তন ।
এতেকে মুকুতি তাইক দিলা নাৰায়ণ ॥
ব্ৰজবাসী তোমাত অৰ্পিল মন-প্ৰাণ ।
এসম্বাক তাইতোধিক কিবা দিবা আন ॥
এতেকে তোমাত ঋণ ভৈলা ইসবৰ ।
হেনবা বুলিবা তুমি দেৱ দামোদৰ ॥
গুচিল ৰাগাদি দ্বেষ যিটো সন্ন্যাসীৰ ।
মোক্ষ বিনে আন অজ্ঞানয় মহাধীৰ ॥
তাসম্বাক প্ৰতি যদি বোলা যোগ্য হয় ।
গৃহাদি-আসক্ত অতি ব্ৰজবাসীচয় ॥

কেনে মই হৈবো ঋণী ইটো সকলৰ।
শুনা প্ৰভু কহো মই ইহাৰ উত্তৰ ॥
ভাৱে ৰাগ লোভ আদি চোৰ পুৰুষৰ।
গৃহবাসে তাৱতেসে বন্ধনৰ ঘৰ ॥
পাৱৰ নিহল মোহে হোৱয় তাবত।
তোমাৰ সেৱক আসি নোহয় যাৱত ॥
যেবে আসি ভৈল প্ৰভু তোমাৰ সেৱক।
তেবে সেই ৰাগাদিয়ে সাধয় মোক্ষক ॥
সুহিকয় কদাচিতো বিশেষ সন্ন্যাসী।
ভৈলা তযু ভজনে অধিক ব্ৰজবাসী ॥
ইত্যাদিৰ বাক্য অনুসাৰে জানিয়য়।
কৃষ্ণত কৰিয়ো এক-শৰণ নিশ্চয় ॥
বিষয়-আসক্ত ভক্তো মুকুতি পাৱয়।
উত্তম ভক্তৰ কথা কি কৈবে লাগয় ॥
কৰিলোহো সমাপত ইটো মাহাত্ম্যক।
শুনিলাহা সবে হৰি-ভক্তিৰ গুণক ॥
জানি কৃষ্ণ চৰণত শৰণ লৈয়োক।
কৃষ্ণৰ চৰিত্ৰ সদা শুনোক গায়োক ॥
ঘোৰ সংসাৰক তেবে তৰিবাহা সুখে।
মিলোক মঙ্গল ৰাম ৰাম বোলা মুখে ॥

---

# উনবিংশ মাহাত্ম্য

## আচাৰভ্ৰষ্ট ভক্ত

### দুলড়ি

আত অনন্তৰে শুনিয়োঁ মাহাত্ম্য
আচাৰভ্ৰষ্ট ভক্তৰ।
দুৰাচাৰ নৰো কৃষ্ণক ভজিয়া
হোৱে মহা শ্ৰেষ্ঠতৰ।
গীতাত নৱম অধ্যায়ে মাধৱে
কৈলা আগে অৰ্জ্জুনৰ।
আন দেৱ তেজি মোকে মাত্ৰ ভজে
যদি দুৰাচাৰী নৰ।
অতি শ্ৰেষ্ঠতৰ সাধু কৰি তাক
মানিবা তুমি অৰ্জ্জুন।
যিহেতু মোকেসে কৰিলে নিশ্চয়
সেহিসে সাধু নিপুণ।
বুলিবা তোমাক অল্প কালে মাত্ৰ
আছয় নিশ্চয় কৰি।
এতেকেসে মনে দুৰাচাৰ তাক
সাধু মানিবাক পাৰি॥
তেজা ইটো শঙ্কা দুৰাচাৰো যদি
আমাক মাত্ৰ ভজয়।
এতেকেসে সিটো অতি শীঘ্ৰে হোৱে
ধৰ্ম্ম-চিত্ত অতিশয়॥

ঈশ্বৰত মোত হোৱে অতি নিষ্ঠা
বিকাৰ গুচে চিত্তৰ।
হেনয় শাস্তিক সদা পায় সিটো
কৈলো ইটো সাৰোত্তৰ॥
শুনি অৰ্জ্জুনৰ নাহিকে উৎসাহ
মিলিল মনে সংশয়।
কুতৰ্কী বিবাদী সৱে ইটো কথা
মানিবাক নুহিকয়॥
হেনয় শঙ্কায়ে আকুল অৰ্জ্জুন
জানি কৃষ্ণ কৃপাময়।
উৎসাহ বঢ়ায়া বোলন্ত শুনিয়ো
কুন্তীসুত ধনঞ্জয়॥
নকৰিবা চিন্তা নাহি একো শঙ্কা
আনন্দ কৰিয়ো মনে।
কহোঁ বিদ্যমান হুয়া সাৱধান
কৰিয়ো আকো যতনে॥
কাহালি মাহৰী শিঙা শঙ্খ ভেৰী
বজাই নানা বাদ্যচয়।
বিবাদীসৱৰ সভা গৈয়া তুমি
হুয়া অতি নিঃসংশয়॥
উৰ্দ্ধ-বাহু হুয়া কৰি অঙ্গীকাৰ
বুলিবা ইসে বচন।

মোহোৰ পৰম ঈশ্বৰ কৃষ্ণৰ
দুৰাচাৰ ভক্তজন ॥
নাহি তাৰ নষ্ট হোৱয় কৃতাৰ্থ
হেন ভজু পৌঢ়িৰাক ।
শুনিয়া কুতৰ্কী সবে শঙ্কা তেজি
মানিবে গুৰু তোমাক ॥
আচাৰ-ভ্ৰষ্টকো মোহোৰ ভকতি
পৱিত্ৰ আতি কৰয় ।
কোন বা ইহাত আছয় আশ্চৰ্য্য
জানা সখি ধনঞ্জয় ॥
যাতো মোক ভজি অনধিকাৰীয়ো
অন্ত্যজাতি যত জন ।
সিসৱক ঘোৰ সংসাৰত হন্তে
কৰয় অতি মোচন ॥
স্ত্ৰী-শূদ্ৰ-বৈশ্য যত পাপ-জাতি
মোকে সৱে সেৱা কৰি ।
পৰম গতিত মহা সুখে যায়
ঘোৰ সংসাৰক তৰি ॥
সদাচাৰী কুল- ৱন্ত যাৰাসৱ
আমাত কৰি ভকতি ।
কি কহিবোঁ তাক সিসবো পাইবেক
দুৰ্ল্লভ পৰম গতি ॥

ক্ষেত্রী দেহ পায়া         অনিত্য জানিয়া
ভজা শীঘ্রে তুমি মোক।
অসুখী সংসাৰ         সুখ অর্থ আৰ
উত্তমক তেজিয়োক॥
অধ্যায়ৰ অর্থ         উপসংহৰিয়া
টীকাকাৰে দেখাইলন্ত।
আপোনাৰ নিজ         আশ্চর্য্য ঐশ্বর্য্য
প্ৰকাশিলা ভগৱন্ত॥
ভক্তৰ পৰম         অদ্ভুত বৈভৱ
বিদিত আনি কৰিল।
নৱম অধ্যায়         ৰাজ-গুহ্য নাম
কৃপায়ে কৃষ্ণে কহিল॥
কহোঁ আৰে আৰো         একাদশ স্কন্ধে
ঈশ্বৰ কৃষ্ণৰ বাক।
চৌদ্দ অধ্যায়ত         কন্ত উদ্ধৱত
ভকতিৰ মহিমাক॥
অব্যভিচাৰিণী         ভকতিত মই
বশ্য হওঁ আতিশয়।
শ্ৰদ্ধায়ে আমাত         ভকতি কৰিয়া
চণ্ডালো পৱিত্ৰ হয়॥
মোহোৰ ভকতি         জাতি-দোষ জাক
কৰয় অতি পৱিত্ৰ।

দুৰাচাৰো যিটো ভাহাকো পৱিত্ৰ
কৰিবেক কোন চিত্ৰ ॥
ষষ্ঠ স্কন্ধে আৰো প্ৰথম অধ্যায়ে
কহন্ত শুক নৃপত ।
ভকতক সেৱা কৰি যেন মতে
শুদ্ধ হোৱে পাপীযত ॥
তপ আদি ধৰ্ম্মে সিমত শুদ্ধিক
নকৰয় কদাচিত ।
হৰিৰ সেৱাৰ অদ্ভুত প্ৰভাৱ
কি কহিবো পৰীক্ষিত ॥
শুকৰ বচন থৈলোঁ এহিমানে
কহোঁ আবে আৰো কথা ।
ষষ্ঠ-স্কন্ধ-অৰ্থ- টীকাত কহিছা
শুনিয়ো তাৰ ব্যৱস্থা ॥
উনৈশ অধ্যায়ে ষষ্ঠ স্কন্ধে ইটো
পোষণ নাম নিশ্চয় ।
লঙ্ঘিল মৰ্য্যদা হেন ভকতকো
ৰক্ষণ লক্ষণ কয় ॥
মনুষ্য-মধ্যত অজামিল মহা
পাপী বুলি যেন কয় ।
বিশ্বৰূপ আদি ব্ৰহ্ম-বধী ইন্দ্ৰ
দেৱৰ মধ্যে তেময় ।

সঙ্কেত কৃষ্ণৰ নাম পুত্ৰ স্নেহে
অজামিলে উচ্চাৰিলা।
এতেকে তাহাকে বিষ্ণু-দূতগণে
ভক্ত কৰি নিৰূপিলা॥
ইন্দ্ৰো ভক্ত ভৈল উপেন্দ্ৰক সেৱি
সখা পায়া অতিশয়।
দেৱৰ ঐশ্বৰ্য্য অধীন কৰিলে
শত্ৰুক জিনি জীৱয়॥
যমৰ বচন শুনিয়োক আৰে
নৰসিংহ-পুৰাণত।
মহাপাতকীও ভক্তি কৰে যেবে
অনন্যচিত্তে কৃষ্ণত॥
তাক পাপে আৰ লঙ্ঘিবে নপাৰে
পাপকেসে কৰি নাশ।
মহা-শুদ্ধ হুয়া অতিশয়ৰূপে
কৰয় সিটো প্ৰকাশ।
শুনিয়ো দৃষ্টান্ত চন্দ্ৰমাক যেন
আন্ধাৰে একো নকৰে॥
আন্ধাৰকো আতি পৰাভৱ কৰি
চন্দ্ৰেসে প্ৰকাশ কৰে॥
ভকতিৰ যমে মহিমা কহন্তে
অনুৰাগ উপজিল।

আমা বান্ধি আনা সমস্ত দিশৰ
দূতক সবে আনিল ॥
সন্তান সবাকো বুলিলা বচন
শুনা যম-দূতগণ ।
শুনা চিত্র-গুপ্ত শুনিয়োক মৃত্যু
বিষ্ণু-ভক্ত যিটো জন ॥
পাপী বুলি তাক নধৰিবা কেয়ে
নাহি মোৰ অধিকাৰ ।
এহিমানে যম ৰাজাৰ বচন
থৈলোহো কৰি সংহাৰ ॥
একাদশ স্কন্ধে পঞ্চম অধ্যায়ে
বাক্য কৰভাজনৰ ।
নিমিক বোলন্ত শুনা মহাৰাজা
কহো মই সাৰোত্তৰ ॥
কায়-বাক্য-মনে মুকুন্দ-চৰণে
লৈলেক যিটো শৰণ ।
দেৱ-ঋষি-ভূত- পিতৃ-সুহৃদৰ
নুহি ঋণী সিটোজন ॥
দেহাদিতো যিটো তেজিলে বিশ্বাস
ভজিলে হৰি-চৰণ ।
এতেক পাতক কৰিবাৰ নুহি
কদাচিতো সিটোজন ॥

যদি প্ৰমাদন্ত সিজ্জে কদাচিন্তো
বিনাশন্ত হৰি তাক ।
হেনয়া বুলিবা যমে নমানিব
শুনিয়োঁ কহোঁ ইহাক ॥
যম-কালাদিযো হৰিসে ঈশ্বৰ
নাহিকে এতেকে ভয় ।
হৰিও নসৈবে আজ্ঞা-ভঙ্গ-দোষ
হেন বা হৈব সংশয় ॥
শুনিয়োঁ সিদ্ধান্ত ভকতে সে মাত্ৰ
প্ৰিয়তম মাধৱৰ ।
এতেকে ভক্তৰ দোষ নধৰন্ত
কৈলোঁ ইটো সাৰোত্তৰ ॥
বুলিবা নভজে পাপক্ষয়-অৰ্থে
চৰণে সিটো কৃষ্ণৰ ।
কেনে পাপক্ষয় হৈবেক তাহাৰ
শুনিয়োঁ আৰ উত্তৰ ॥
হৃদয়ন্ত হৰি প্ৰবেশি আছন্ত
কৰিয়া অতি প্ৰকাশ ।
এতেকে তাহাৰ পাপচয় আৰ
পশিতে নপাৰে পাস ॥
যন্ত্ৰৰ শকতি প্ৰাৰ্থনাক আৰ
অপেক্ষা যেন নকৰে ।

সেহিমতে হৰি স্বভাৱে পাপক
সংহাৰন্ত নিৰন্তৰে ॥
কৰভাজনৰ বাক্য থৈলো আৰে
বচন কহো যমৰ ।
ষষ্ঠ স্কন্ধে যমে দূতসমস্তক
বোলন্ত শুন কিঙ্কৰ ॥
কায়-বাক্য-মনে যিটে সাধু জনে
কৃষ্ণক কৰে ভকতি ।
মোৰ দণ্ড-যোগ্য নুহিকয় সিটো
জানিবি আক সম্প্ৰতি ॥
তাৰাসবে পাপ কৰিবাক নুহি
যদি সিজে অকস্মাত ।
হৰিৰ কীৰ্ত্তনে বিনাশয় তাক
কৈলো নিষ্ঠে তোমাসাত ॥
যম-বাক্য থৈলো ভকতিৰ কৈলো
অদ্ভুত অতি মহত ।
শুনা আবে আৰো বৃহত নাৰদী
কহিছে তাতো যিমত ॥
হোক দুৰাচাৰ হোক সদাচাৰী
মূৰ্খ বা ভৈলা পণ্ডিত ।
হৰিভক্তিযুক্ত ভৈল যিটো তাৰ
থাকা হৰি সন্নিহিত ॥

পদ্ম-পুৰাণত বিকুণ্ডল আগে
যম-দূতসবে কয় ।
হোক দুৰাচাৰ হোক সদাচাৰ
বৈষ্ণৱ যিটো হোৱয় ।
সিটোজন ভৈল আমাৰ বৰ্জ্জিত
কৈলো আমি নিষ্ঠ কৰি ।
এতেকে সমস্ত নৰে মহা যত্নে
ভজোক দেৱতা হৰি ॥
হেনয় নিৰ্ণীত ভৈল ইটো সব
বচনৰ অনুসাৰে ।
কৰিয়া নিশ্চয় কেৱলে শৰণ
একে কৃষ্ণ দেৱতাৰে ॥
দুৰাচাৰো ভক্তে মুকুতি পাৱয়
কহিলো ইটো নিশ্চয় ।
সদাচাৰ ভক্তে মুকুতি পাইবেক
কি কৈবে আত লাগয় ॥
ইটো মাহাত্ম্যক কৰিলোহো সাঙ্গ
শুনিলাহা সৰ্ব্বজনে ।
ভক্তিৰ মহিমা জানি কৃষ্ণ-পাৱে
শৰণ লৈয়ো যতনে ॥
হৰিৰ ভকতি পাতকীসবকো
কৰয় অতি নিস্তাৰ ।

জ্ঞানি-হেলা তেজি কৃষ্ণ-পাৱে ভজি
তুয়ো ভৱ-নদী পাৰ ॥
সাধুৰ সঙ্গত কৃষ্ণ-গুণ-যশ
অমৃত কৰিয়ো পান।
এৰি আন কাম বোলা ৰাম ৰাম
লভিবা বৈকুণ্ঠ-থান ॥

—*ঃ০ঃ*—

## বিংশ মাহাত্ম্য

### ভগৱন্ত-ভক্তিৰ প্ৰাৰ্থনা

#### পদ

ইদানিক ভগৱন্ত ভক্তিৰ প্ৰাৰ্থনা।
কৰো নিৰূপণ সাৱধানে সবে শুনা ॥
প্ৰথম স্কন্ধত আছে নৱম আধ্যাত।
ভীষ্মৰ বচন কৃষ্ণ'দেৱৰ আগত ॥
কৃষ্ণৰ মূৰতি মহা কৰন্তে বৰ্ণনা।
কৃষ্ণত কেৱল ৰ'তি কৰন্ত প্ৰাৰ্থনা ॥
ত্ৰিভুবন-মধ্যে মহা সুন্দৰ শৰীৰ।
নীল তমালৰ বৰ্ণ পৰম ৰুচিৰ ॥
প্ৰভাত কালৰ ৰবি-ৰশ্মিৰ অন্বয়।
হেন পীত বস্ত্ৰ তাতে প্ৰকাশ কৰয় ॥
অলকা-আবৃত মুখ-পদ্ম প্ৰকাশয়।
অৰ্জ্জুনৰ সাৰথি ভৈলাহা কৃপাময় ॥

মোহোৰ নিষ্কাম ৰতি তোমাত্তে ৰহোক ।
এহি অনুগ্ৰহ কৃষ্ণ কৰিয়োক মোক ॥
যুদ্ধত ৰথৰ ঘোটকৰ লাগি ধূলি ।
অলকা-পঙ্কতি ভৈলা ধূসৰ সমূলি ॥
ঘৰ্ম্ম-জল-বিন্দু মুখ-পদ্ম অলঙ্কৃত ।
অলকা-পঙ্কতি লুলে দেখি সুশোভিত ॥
ভেদিলেক কৱচ মোৰ তীক্ষ্ণতৰ শৰে ।
শৰে সমে কৱচ পৰম শোভা কৰে ॥
ৰহোক তোমাত মোৰ মন সমুদায় ।
এহি কৃপা কৰা কৃপাময় যদুৰায় ॥
উভয় সেনাৰ মাজে ৰথক থাপিয়া ।
বুলিলা অৰ্জ্জুনে বাক্য তুমি ঈশ্বৰক ॥
যুদ্ধক আসিয়া আছে কোন বীৰচয় ।
তাসম্বাক চাওঁ বুলিলন্ত ধনঞ্জয় ॥
সখিৰ বচন শুনি শীঘ্ৰ বেগে নিয়া ।
উভয় সেনাৰ মাজে ৰথক থাপিয়া ॥
এহি কৰ্ণ দ্ৰোণ বুলি দেখাই ছদ্ম কৰি ।
দুৰ্য্যোধন-সেনাৰ আয়ুক নিলা হৰি ॥
অৰ্জ্জুনৰ জয়ক সাধিলা নাৰায়ণ ।
থাকোক তোমাত ৰতি মোৰ সৰ্ব্বক্ষণ ॥
ভীষ্মৰ প্ৰাৰ্থনা ইটো থৈলো এহিমানে ।
সনকাদি বাক্য কহো শুনা বিদ্যমানে ॥

তৃতীয় স্কন্ধত পঞ্চদশ অধ্যায়ত।
প্ৰাৰ্থন্ত ভকতি সবে ঈশ্বৰ কৃষ্ণত ॥
হে কৃষ্ণ ভগৱন্ত পৰম ঈশ্বৰ।
আমাৰ যতেক গৈল বয়স পূৰ্ব্বৰ ॥
কিঞ্চিতেকো পাপ আৰ নিসিজিলে তাত।
আজিসি সমস্ত পাপচয় ভৈলা জাত ॥
যি হেতু শপিলো আমি ভক্তক তোমাৰ।
নৰকক যাইবে লাগে এতেকে আমাৰ ॥
হোক নৰকতো জন্ম চিন্তা নাহি তাক।
কিন্তু প্ৰভু হেন কৃপা কৰিয়ো আমাক।
ৰমে যদি চিত্তে তজু পদ-কমলত।
থাকে যদি তযু গুণ আমাৰ বাক্যত ॥
কৰ্ণ ভৰি থাকে যদি তযু গুণগণ।
তেবে নৰককো ভয় নাহি নাৰায়ণ ॥
থৈলো সনকাদিৰ বচন এহিমানে।
বৃত্ৰৰ প্ৰাৰ্থনা কহো শুনা সাৱধানে ॥
ষষ্ঠ স্কন্ধে আছে একাদশ অধ্যায়ত।
কৃষ্ণক বোলন্ত শঙ্কি আপোন মনত ॥
নাহি স্বৰ্গাদিকো বাঞ্ছা কহিলো ইহাক।
বুলিবাহা খোজা কিবা শুনা প্ৰভু তাক ॥
পাখি নতো গজে চটকৰ শিশু ছায়।
আহাৰ আনিবে প্ৰতি গৈল নিজ মায় ॥

ক্ষুধায়ে ৰৌদ্রৰ তাপে পীড়ে অতিশয় ।
আনো জন্তু সমস্তকো কৰে মনে ভয় ॥
কৰে ইচ্ছা সিটো যেন মাৰক দেখিত ।
মোক তিনি তাপে অতি কৰয় পীড়িত ॥
তোমাক দেখিতে সেহিমতে মোৰো মন ।
কৰে অতিশয় ইচ্ছা দেৱ নাৰায়ণ ॥
বান্ধি আছে গাভী বৎস গলে দিয় জৰী ।
মাতৃক বাঞ্ছয় মাত্র সিটো যেন কৰি ॥
মোক কৰ্ম্ম-জৰী বান্ধি আছে সেহি নয় ।
বাঞ্ছা কৰোময়ো তোমাকেসে কৃপাময় ॥
যেন প্রিয় পতি দূৰদেশ চলি গৈল ।
কামতে আসক্ত অতি পতিব্রতা ভৈল ॥
স্বামীকেসে বাঞ্ছা মাত্র কৰয় মনত ।
সেহিমতে মোক কামে পীড়য় সতত ॥
তোমাক দেখিবে বাঞ্ছা কৰো অতিশয় ।
তেবেসে মোহোৰ মনোৰথ পূৰ্ণ হয় ॥
গুচে তিনি তাপ কৰ্ম্ম-জৰী ছেদ হয় ।
তযু দৰশণে কাম সমস্তে পূৰয় ॥
পুনৰপি বৃত্র আৰো প্রাৰ্থনা কৰন্ত ।
হে কৃষ্ণ ত্রিজগত-পতি ভগৱন্ত ॥
কায়-বাক্য-মনে যিটো সাধু মহাশয় ।
তযু পাৱে মাত্র একে কৰিলে আশ্রয় ॥

জন্মে জন্মে হৈবোহো দাসৰো দাস ভাৱ ।
মোৰ মনে গুণগণ সেৰোক তোমাৰ ॥
তযু গুণচয় বাক্যে কীৰ্ত্তন কৰোক ।
শৰীৰে তোমাৰ কৰ্ম্ম কৰিয়া থাকোক ॥
নিজ কৰ্ম্মে ভ্ৰমো মই সংসাৰ-চক্ৰত ।
মোহোৰ সখিত্ব হোক ভক্তৰ লগত ॥
পুত্ৰ-ভাৰ্য্যা-গৃহাদিত তোমাৰ মায়ায় ।
কৰাই আছে যিটো আসকতি সৰ্ব্বদায় ॥
তাসম্বাত পুনু মুহি হোক আসকতি ।
বৃত্ৰৰ প্ৰাৰ্থনা ইটো থৈলোহো সম্প্ৰতি ॥
কহো পুৰাণাস্তৰত শুনা এক মনে ।
কৃষ্ণত প্ৰাৰ্থনা যেন কৰে মহাজনে ॥
হে মধুকৈটভৰ অৰি কৃষ্ণ প্ৰাণ ।
তোমাত মোহোৰ প্ৰাৰ্থনীয় এহিমান ॥
জনমৰো ফল মোৰ এহিসে নিশ্চয় ।
মোক অনুগ্ৰহ এহি তোমাৰ হোৱয় ॥
তোমাৰ ভৃত্যৰ ভৃত্য তাৰো ভৃত্য মোক ।
তাৰো ভৃত্য ভৃত্য তাৰো ভৃত্য বুলিয়োক ॥
নেৰিবা সততে নাথ তুমি কৃপা কৰি ।
এহিমানে ইটো বাক্য থৈলোহো সংহৰি ॥
কহো আৰে বাক্য আৰো নল-কুবেৰৰ ।
দশম অধ্যায়ে আছে দশম স্কন্ধৰ ॥

প্ৰাৰ্থন্ত কৃষ্ণত বৰ হুয়া নম্ৰ-ভাৱ।
মোহোক আমাৰ আৰ পূৰ্ব্বৰ স্বভাৱ ॥
কিন্তু বাক্যে তযু গুণ-কীৰ্ত্তন কৰোক।
কৰ্ণে তযু কথা মাত্ৰ সদায় শুনোক ॥
হস্ত দুই থাকোক তোমাৰ কৰ্ম্ম কৰি।
ৰহোক আমাৰ মন তযু পদ স্মৰি ॥
তোমাৰ নিবাস ভূত সমস্তে জগত।
তাহাকে প্ৰণামি মাথা থাকোক সতত ॥
তোমাৰ ভক্তক চক্ষু চাওক সৰ্ব্বক্ষণে।
এহিমানে প্ৰাৰ্থো প্ৰভু তোমাৰ চৰণে ॥
কহো আৰো তাতে ৰাজাসবৰ বচন।
ঈশ্বৰত ভকতি প্ৰাৰ্থন্ত ৰাজাগণ ॥
হে কৃষ্ণ আমি ইটো সংসাৰ ভ্ৰমন্তে।
নপাসৰো তযু পাদ-পদ্ম যেন মতে ॥
দিয়ো সেহি উপদেশ কৃপাময় স্বামী।
এহিমানে প্ৰাৰ্থো তযু চৰণত আমি।
চৌৰাশী অধ্যায়ে সেহি দশম স্কন্ধৰ।
কৃষ্ণৰ আগত বাক্য মুনিসমস্তৰ ॥
বোলন্ত কৃষ্ণক তযু চৰণ দুভয়।
পাপসমূহক আতি বিনাশ কৰয় ॥
গঙ্গাৰো আশ্ৰয় তযু চৰণ যুগল।
মহাযোগী হৃদয়ত চিন্তয় কেৱল ॥

চিন্তে মাত্র মতু দেখে তোমাৰ চৰণ।
দেখিলো বিস্তৰ পুণ্যে আমি মুনিগণ॥
কৰা অনুগ্ৰহ আমাসাক নাৰায়ণ।
তোমাৰ ভকত কৰা লৈলোহো শৰণ॥
বুলিবা ভকতি কিয় লাগে তোমাসাক।
কৰিলো তোমাৰাসৱে পূৰ্ব্ব তপস্যাক॥
সুবুলিবা ইটো বাক্য শুনা নাৰায়ণ।
নাহি তপস্যাত সিদ্ধি জানা সাধুজন॥
ভকতি বঢ়ায়া জীৱকোষ নষ্ট কৰি।
অনায়াসে ইটো ঘোৰ সংসাৰক তৰি॥
তোমাৰ গতিক তাৰা পাইলেক পূৰ্ব্বত।
তযু ভকতিৰ প্ৰভু মহত্ব অদ্ভুত॥
এতেকে ভকত তযু কৰিয়ো আমাক।
এহিমানে থৈলোঁ মুনি সমস্তৰ বাক॥
প্ৰথম স্কন্ধত আৰো কুন্তীৰ বচন।
বোলন্ত জগত-গুৰু-দেৱ সনাতন॥
তোমাক দেখিবে পাও যিটো আপদত।
সেহিসে আপদ হোক আমাৰ সতত॥
তোমাক দেখিলে পুনু নেদেখো সংসাৰ।
কুন্তীৰ বচন থৈলো কৰিয়া সংহাৰ॥
আৰে দশমত স্তুতি শুনিয়ো বেদৰ।
টীকাত বিদিত কৰি কহন্ত শ্ৰীধৰ॥

অসুখ সংসাৰ আকে সুখ মনে মানি ।
কৰিলো আসক্তি মই হৈলন্ত অজ্ঞানী ॥
দিয়োক মাধৱ তযু জ্ঞান আবে মোক ।
দুঃখময় সংসাৰক স্মৰণ নহোক ॥
সুহি তযু ভক্তি দিয়া শ্রৱণ-কীর্ত্তন ।
বিধিৰ কিঙ্কৰ যেন নোহো নাৰায়ণ ॥
ভুজঙ্গ-প্রয়াতে আৰো শঙ্কৰে বোলন্ত ।
গোবিন্দ মুৰাৰি বিষ্ণু অচ্যুত অনন্ত ॥
মুকুন্দ মাধৱ কৃষ্ণ নাৰায়ণ হৰি ।
ইসৱ নামক মাত্র মুখত উচ্চৰি ॥
ভক্তি-ভাৱে অনুক্ষণ স্মৰে যেন মতে ।
হুয়োক প্রসন্ন নাথ মোত সেহি মতে ॥
ইসৱ নানান বচনৰ দৰশনে ।
পশিয়া শৰণ এক কৃষ্ণৰ চৰণে ॥
ভকতি-প্রার্থনা মাত্র গতিক লভয় ।
আনমতে গতি নাহি কহিলো নিশ্চয় ॥
ইটো মাহাত্ম্যক সমাপতি কৰি থৈলো ।
মাজে মাজে অল্পমান কিছু সংহৰিলো ॥
সাধু সৱে আত মোক মেদিবাহা দোষ ।
কৃষ্ণ-কথা শুনি মনে হুয়োক সন্তোষ ॥
হে কৃষ্ণ তযু পাৱে পশিলো শৰণ ।
অধমক মোক কৃপা কৰা নাৰায়ণ ॥

অনেক মহন্তে তযু প্ৰাথিল ভকতি ।
তাক শুনি প্ৰভু কৃষ্ণ মোৰ ভৈলা মতি ॥
দিয়ো দান ভকতি কৰিয়ো কৃপা মোক ।
বিষয়ত পুনু আৰ ৰতি নুহি হোক ॥
তিনি কাল বৃথা গৈল ভকতি নভৈল ।
অজ্ঞানতে প্ৰথম বয়স বহি গৈল ॥
পাছে যুবাকালে পাই কৰিলেক আউল ।
নানা কামে মন-বলে ভৈলো যেন বাউল ॥
ধন জন গৃহবাস আতে ভৈলা ৰতি ।
নকৰিলো কৃষ্ণদেৱ তোমাত ভকতি ॥
বৃদ্ধকালে পাইল দেহা ভৈলো অশকত ।
তথাপি নানান আশা নুগুচে মনত ॥
মই পাতকীৰ আবে কেন হোক গতি ।
কৰা কৃপা শৰণ পশিলো যদুপতি ॥
দিয়োক তোমাৰ ভকতৰ সঙ্গ মোক ।
কৰ্ণে মোৰ তযু কথা সদায় শুনোক ॥
কৰোক কীৰ্ত্তন বাক্যে তযু গুণনাম ।
এহিমান কৃপা মোক কৰা প্ৰভু ৰাম ॥
হেনৰা পাতকী মই এৰাওঁ ভৱ দুঃখ ।
ছুয়োক বান্ধৱ মই পাপীৰ সমুখ ॥
সৰ্ব্বদায় তোমাত ৰহোক মোৰ মন ।
বোলা ৰাম ৰাম সৱে কৰিয়া যতন ॥

# একবিংশ মাহাত্ম্য

## কলিৰ পৰম ধৰ্ম্ম

### পদ

পুনু আৰো মাহাত্ম্য শুনিয়ো সৰ্ব্বজন ।
কলিৰ পৰম ধৰ্ম্ম কৰো নিৰূপণ ॥
একাদশ স্কন্ধৰ পঞ্চম অধ্যায়ত ।
কৰভাজনৰ বাক্য নিমিৰ আগত ॥
বোলন্ত কলিৰ মুখ্য কৃষ্ণ অৱতাৰ ।
গাৱে পীত বস্ত্র হৃদয়ত হেম-হাৰ ॥
নিৰ্ম্মল উজ্বল মূৰ্ত্তি কৌস্তুভ কণ্ঠত ।
উপাসে সুনন্দ আদি পাৰিষদ যত ॥
কেয়ূৰ কঙ্কণ ৰঞ্জে ভুজ চতুষ্টয় ।
মকৰ কুণ্ডল কৰ্ণে প্ৰকাশ কৰয় ॥
শঙ্খ চক্ৰ গদা পদ্ম হাতে আছা ধৰি ।
হেনয় মূৰ্ত্তিক জ্ঞানীসকলে আদৰি ॥
অৰ্চ্চন্ত সদায় নাম কৰিয়া উচ্চাৰ ।
কলিত কেৱলে মাত্ৰ নাম ধৰ্ম্মসাৰ ॥
কলিত যিমত ভূতি শুনা একমনে ।
প্ৰণত-পালক নমো তোমাৰ চৰণে ॥
সদায় চিন্তিবে যোগ্য এহিসে চৰণ ।
সবে মনোৰথ এহি কৰয় পূৰণ ॥

সংসাৰৰ তাপ যত্ৰ তাকো বিনাশয় ।
পৰম পৱিত্ৰ এহি তীৰ্থৰো আশ্ৰয় ॥
ব্ৰহ্মা-হৰে স্তুতি কৰে এহি চৰণক ।
অতি সুখ-ৰূপ-যোগ্য হোৱে শৰণক ॥
ভৃত্য মাত্ৰ হৌক তাপ-পীড়াক হৰয় ।
এহিসে নৌকায়ে ভৱ-সাগৰ তৰয় ॥
হে মহাপুৰুষদেৱ হেন তযু পায়ে ।
কৰো নমস্কাৰ মই সদা সৰ্ব্বভাৱে ॥
শ্ৰীৰাম-ৰূপে পিতৃবাক্য শিৰে ধৰি ।
অৰণ্যক গৈলা ৰাজ্য-লক্ষ্মী পৰিহৰি ॥
পূৰ্ণ-কাম তুমি একো নাহি প্ৰয়োজন ।
ভকত সীতাৰ প্ৰভু শুনিয়া বচন ॥
গৈলা খেদি মায়া-হৰিণক তাৰক্ষণে ।
ভকতবৎসল বন্দো তোমাৰ চৰণে ॥
শুনিয়ো কলিৰ আৰে গুণ যেনমত ।
কলিসে প্ৰধান চাৰি যুগৰ মাজত ॥
কলিৰ গুণক জানে যিটো সাধুচয় ।
কলিকেসে তাৰাসবে প্ৰশংসা কৰয় ॥
বুলিবা বহুত দোষ কলিত আছয় ।
কিয় তাৰাসকলে কলিক প্ৰশংসয় ॥
ইহাৰ উত্তৰ শুনিয়োক যেন নয় ।
দোষ তেজি যিহেতু গুণক মাত্ৰ লয় ॥

বুলিবাহা কিবা গুণ আছয় কলিত।
কহো শুনিয়োক তাক করি এক চিত্ত॥
কেবলে কৃষ্ণৰ করি কীৰ্ত্তন মুখত।
লভয় এতেকে সৰ্ব্ব পুৰুষাৰ্থ যত॥
সত্য-যুগে যেন ফল পাৱয় ধ্যানত।
ত্ৰেতা-যুগে যজ্ঞ যজি পাৱে ফল যত॥
পূজাত দ্বাপৰ-যুগে পাৱে যত ফল।
কলিত কীৰ্ত্তনে তাক পাৱয় সকল॥
কলি-যুগে কীৰ্ত্তনৰ শুনা আৰো ফল।
সংসাৰত ভ্ৰমে জীৱ যতেক সকল॥
নাহিকে পৰম লাভ কীৰ্ত্তন বিনাই।
যিহেতু পৰম শান্তি কীৰ্ত্তনন্তে পায়॥
সংসাৰক বিনাশয় কীৰ্ত্তনে কৃষ্ণৰ।
এতেকে পৰম লাভ কীৰ্ত্তনে জীৱৰ॥
সত্য-ত্ৰেতা-দ্বাপৰৰ যত প্ৰজাচয়।
জন্ম ধৰিবাক লাগি কলিত বাঞ্ছয়॥
ধ্যান যজ্ঞ পূজা একো কলিত নকৰি।
হুয়া এক-শৰণ কীৰ্ত্তন মুখে কৰি॥
এতেকে তৰিবো সুখে সংসাৰ সাগৰ।
নিশ্চয় কলিত হোৱে নাৰায়ণপৰ॥
কিছু কিছু হৈব ভক্ত অন্যত্ৰ থানত।
বিস্তৰ বৈষ্ণৱ হৈব দ্ৰাবিড় দেশত॥

তাম্রপর্ণী কাবেৰী প্রতিচী পয়স্বিনী।
কৃতমালা মহানদী বহে ভিন্নি ভিন্নি ॥
এহি ছয়খান নদী থাকে যি থানত।
কৰে জল পান তাৰ প্রজাগণ যত ॥
সমস্তে ভকত হৈব নির্ম্মল-হৃদয়।
কৰিব কীর্ত্তন সদা কৃষ্ণ-গুণচয় ॥
কৰভাজনৰ বাক্য থৈলো এহিমানে।
শুকৰ বচন কহো শুনা সাৱধানে ॥
তৃতীয় অধ্যায়ত আছে দ্বাদশ স্কন্ধৰ।
বোলন্ত শুনিয়ো পৰীক্ষিত নৃপবৰ ॥
কৰিবেক কলি সৱে লোকক দূষিত।
পাপ মাত্র সিজে পুণ্য নাহিকে কিঞ্চিত ॥
দ্রব্যত দেশত হন্তে পাপ উপজয়।
আপোনাত হন্তে আসি পাতক সিজয় ॥
চিত্তত প্রকাশ হুয়া প্রভু ভগৱন্ত।
সমস্তে পাতক তাৎক্ষণে সংহাৰন্ত ॥
শুনিয়ো প্রকাৰ যেন হৰি-প্রকাশৰ।
কৃষ্ণৰ কৰিব-ধ্যান অর্চ্চন আদৰ ॥
কৰিব কৃষ্ণক গুণ শ্রৱণ-কীর্ত্তন।
হিয়াত প্রকাশ ভেবে হন্ত নাৰায়ণ ॥
অযুত জন্মৰ দুর্ব্বাসনা আছে যত।
হৃদয়ত থাকি তাক হৰন্ত সমস্ত ॥

এহিমাত্র উপায় নাহিকে আন আৰ ।
কহো শুনিয়োক যেন দৃষ্টান্ত ইহাৰ ॥
সুবৰ্ণৰ মল যেন অগ্নিসে হৰয় ।
অগ্নি বিনে আন একোমতে নুগুচয় ॥
সেহিমতে যোগীৰো অশুভ যত যত ।
বিষ্ণুসে কেৱল তাক হৰন্ত সমস্ত ॥
দুৰ্ব্বাসনা গুচাইবে যোগাদি নপাৰয় ।
তপ ব্ৰত প্ৰাণায়াম দেৱ উপাসয় ॥
প্ৰাণীত কৰয় মৈত্ৰী যত তীৰ্থ-স্থান ।
আনো নানা ধৰ্ম্ম যত জপ যজ্ঞ দান ॥
আত্যন্তিক মনৰ শুদ্ধিক নলভয় ।
হৰিক হৃদয়ে ধৰি যেন শুদ্ধি হয় ॥
এতেকেসে ৰাজা তুমি কায় বাক্য-মনে ।
হৰিক হৃদয়ে স্থিত কৰিয়ো যতনে ॥
তেবে ম্ৰিয়মাণ বেলা হৈবা সাৱধান ।
পৰম গতিক তুমি পাইবা তেজি প্ৰাণ ॥
মৃত্যুবেলা যাৰ ধ্যেয় ভৈলা ভগৱন্ত ।
আপোনাৰ স্বৰূপক তাহাক দিৱন্ত ॥
শুনা ৰাজা কলি যদি দোষৰ সাগৰ ।
আছে আত এক গুণ মহা শ্ৰেষ্ঠতৰ ॥
কৃষ্ণৰ কীৰ্ত্তন মাত্ৰে তৰি সংসাৰক ।
চলয় আনন্দে পৰম্পদ বৈকুণ্ঠক ॥

সত্যত কৰয় ধ্যান যজ্ঞক ত্ৰেতাত।
দ্বাপৰত যেন ফল পাৱয় পূজাত॥
কলিত পাৱয় তাক হৰি-কীৰ্ত্তনত।
কীৰ্ত্তনে পৰম ধৰ্ম্ম কলিৰ যুগত॥
শুনা আৰো কহে যেন কূৰ্ম্ম পুৰাণত।
দুষ্ট কলি সৰ্পে দংশিলেক লোক যত॥
তাহাৰ ঔষধ আন নাই নাই নাই।
একে ৰাম-নাম মহা অমৃত বিনাই॥
শুনা আৰো কহে যেন বিষ্ণু-ধৰ্ম্মোত্তৰে।
দুগুটি অক্ষৰ ৰাম-নাম যিটো নৰে॥
সদায় আদৰে মহা শ্ৰদ্ধায়ে গাৱয়।
অনায়াসে সিটো নৰে মুকুতি পাৱয়॥
কলি-যুগে পাপযুক্ত লোক যত যত।
নাহি অধিকাৰ আৰো অন্যত্ৰ ধৰ্ম্মত॥
শুনা যেন কহয় ব্ৰহ্মাণ্ড-পুৰাণত।
নভৈল অচ্যুত দেৱ যাৰ হৃদিগত॥
সত্য-যুগো কলি-যুগ তাৰ আসি ভৈল।
সিটো অধমৰ জন্ম বৃথে মাত্ৰ ভৈল॥
কৰস্থ প্ৰকাশ হৰি চিত্তত যাহাৰ।
কলি-যুগো সত্য-যুগ ভৈল আসি তাৰ॥
শুনা আৰো কহো যেন মৎস্য পুৰাণত।
হৰিৰ নামক যিটো কলিৰ যুগত॥

আপুনিও স্মৰয় আনকো স্মৰায়য় ।
সেহি ধন্যতম জানা পূজ্য অতিশয় ॥
সেহিসে হোৱয় সহা সুহৃদ পৰম ।
ভ্ৰাতৃ মিত্ৰ পুত্ৰ আদি কেহো নহে সম ॥৮
শুনা আৰো বৃহত নাৰদী-পুৰাণত ।
নাৰদে কহন্ত ঋষিসৱৰ আগত ॥
বোলন্ত নামৰ কিনো আশ্চৰ্য্য মহত ।
নাহি নামসম ধৰ্ম্ম কলিৰ যুগত ॥
কলিত কীৰ্ত্তন যিটো কৰে হৰিনাম ।
ভৈল সিটো সকামী বা সুহিৰা নিষ্কাম ॥৮
তাঙ্কো কদাচিতো আৰ কলি নবাধয় ।
পৰম কৃতাৰ্থ সিটো ভৈল অতিশয় ॥
হৰিৰেসে নামে নামে নামেসে নিশ্চয় ৮
নাৰদে বোলন্ত মোৰ জীৱন হোৱয় ॥
কলি-যুগে নাম বিনে অন্যত্ৰ উপায় ।
নিশ্চয় কহিলো গতি নাই নাই নাই ॥
কহিলা নাৰদে দৃঢ় কৰি তিনি বাৰ ।
কলিত নাহিকে গতি নাম বিনে আৰ ॥৮
কলিত কেৱলে হৰি-নামে মহাধৰ্ম্ম ।
এহিমানে সমস্ত শাস্ত্ৰৰ তত্ত্ব-মৰ্ম্ম ॥
বৈষ্ণৱানন্দত আৰো শুনা যেনমত ।
ভগৱন্ত মাধৱে কহন্ত অৰ্জ্জুনত ॥

কলি-যুগে নাম নাম নামে মাত্র সাৰ।
নাম এৰি নাই নাই নাই গতি আৰ॥
নাম বিনে আন একো ধৰ্ম্ম নাহিকয়।
কলি-যুগ মধ্যত বিশেষ অতিশয়॥
বৈষ্ণৱক পাইলে লভে ভকতি আমাৰ।
এতেকে বৈষ্ণৱে বিষ্ণু জানা সাৰেসাৰ॥
ভকতি কৰিলে মোক পাৱয় সাক্ষাত।
কহিলো স্বৰূপ ইটো অৰ্জ্জুন তোমাত॥
শুনা সূত বাক্য আৰে প্ৰথম স্কন্ধত।
কলিৰ কহন্ত কথা ঋষিসমস্তত॥
ভ্ৰমৰায়ে যেন নষ্ট নকৰি পুষ্পক।
কেৱলে লৱয় তাৰ মধুৰ ৰসক॥
সেহিমতে সাৰ-গ্ৰাহী ৰাজা মহাসন্ত।
গুণ জানি নমাৰি কলিক ৰাখিলন্ত॥
হৰি-ভক্তি কৰিবাক আলচে মনত।
এতেকতে সিজে মহা মহা পুণ্য যত॥
কৰিলেসে সিজয় পাতকচয় যত।
নিসিজয় পাতক মনৰ সঙ্কল্পত॥
ৰাখিলন্ত কলিক জানিয়া এহি গুণ।
মহাভাগৱত ৰাজা পৰম নিপুণ॥
এহিমানে থৈলো ইটো বচন সূতৰ।
শুকৰ বচন শুনিয়োক আতপৰ॥

দ্বাদশ স্কন্ধত শুকে ৰাজাত কহন্ত।
লোকক দয়ায়ে খেদ কৰিয়া বোলন্ত ॥
ম্রিয়মাণে আতুৰে পৰন্তে পিছলন্তে।
অশ্রদ্ধায়ে যাৰ নাম কীর্ত্তন কৰন্তে ॥
কর্ম্মবন্ধ এৰাই পাৱে উত্তম গতিক।
নভজিবে লোকে আসি হেনয় হৰিক ॥
জগতৰে মহা-গুৰু কৃষ্ণ ভগৱন্ত।
ব্রহ্মাদিয়ো যাৰ পাদ-পদ্মক সেৱন্ত ॥
হেন মহা-ঈশ্বৰৰ চৰণ-পদ্মত।
নভজিবে লোকে আসি কলিৰ যুগত ॥
পাষণ্ডসকলে কৰিবেক বুদ্ধি-ভেদ।
এহি কহি শুকে কৰিলন্ত বহু খেদ ॥
ইসৱ বচন অনুসাৰে কৃষ্ণ-পাৱে।
হুয়া এক-শৰণ ভজিয়ো সর্ব্বভাৱে ॥
কলি-যুগে হৰি-গুণ-নামৰ কীর্ত্তনে।
ভগৱন্ত গতিক পাৱয় সর্ব্বজনে ॥
অন্যথা প্রভাবে নপাৱয় ইটো গতি।
ইটো মাহাত্ম্যক কৰিলোহো সমাপতি ॥
শুনিলাহা সৱে কলি-যুগৰ ধর্ম্মক।
হুয়া এক শৰণ ভজিয়ো মাধৱক ॥
মাধৱৰ গুণ-নাম সন্তৰ সঙ্গত।
শ্রৱণ কীর্ত্তন মাত্র কৰিয়ো সতত ॥
এহিমানে কলিৰ পৰম ধর্ম্ম জানি।
সদায় বুলিয়ো মুখে ৰাম ৰাম বাণী ॥

---

# দ্বাবিংশ মাহাত্ম্য

## জীৱ ঈশ্বৰৰ ভেদ

### দুলড়ি

শুনা আৰে জীৱ ঈশ্বৰৰ ভেদ
কৰি সাৱধান মন ।
টীকাকাৰে যেন ভেদ কহি আছে
কহুঞোঁ সেহি বচন ॥
সেহিসে ঈশ্বৰ যাৰ বশ্য মায়া
পৰম আনন্দময় ।
মায়া মৰ্দ্দে যাক তাকে বুলি জীৱ
দুঃখতে তাৰ উদয় ॥
অতি সুখ-ৰূপ আনন্দে যুগুত
চৈতন্য-ৰূপ ঈশ্বৰ ।
তাহানে মায়ায়ে ঢাকিলেক নিজ
আনন্দ-সুখ জীৱৰ ॥
দুঃখচয়ে বেঢ়ি আছয় জীৱক
পাৰে অতি মহাখেদ ।
কহিলো প্ৰত্যেক জানিবা এতেক
জীৱ-ঈশ্বৰৰ ভেদ ॥
চতুৰ্থ স্কন্ধত মাধৱক ধ্ৰুৱে
বোলন্ত স্তুতি-বচন ।
জীৱত কৰিয়া বিলক্ষণ ৰূপে
থাকা তুমি নাৰায়ণ ॥

তুমি নিত্যমুক্ত          চৈতন্য তুমিসি
নিত্য-বদ্ধ জড় জীৱ ।
তোমাৰ সেৱাত          হোৱে মুক্ত জীৱ
তুমি দেৱ সদাশিৱ ॥
তুমি মাত্র শুদ্ধ          তুমিসি সর্ব্বজ্ঞ
নির্ব্বিকাৰ ভগৱন্ত ।
তিনিয়ো গুণৰ          তুমি সে ঈশ্বৰ
তোমাৰ নাহিকে অন্ত ॥
অতি অজ্ঞ জীৱ          বিকাৰ পৰম
অশুদ্ধ অতি হোৱয় ।
ভৈল ভাগ্যহীন          গুণৰ অধীন
জীৱে একো নেদেখয় ॥
অখণ্ডিত দৃষ্টি          তুমি সবে দেখা
পুৰুষ আদি অনাদি ।
যজ্ঞৰ তুমিসি          অধিষ্ঠাতা দেৱ
জীৱৰ আছয় আদি ॥
জীৱ-ঈশ্বৰৰ          যেন বিলক্ষণ
ধ্রুৱ বাক্যে ব্যক্ত ভৈলা ।
একাদশ স্কন্ধে          শুনিয়োক আৰ
ভগৱন্তে যেন কৈলা ॥
বোলন্ত উদ্ধৱ          যিটো পৰমাত্মা
তান কর্ম্ম নাহিকয় ।

জীৱৰ নিয়ন্তা তাহান শকতি
মনো সঞ্চালিত হয় ॥
অলুপুত জ্ঞানে কেৱলে দেখন্ত
কেৱলে বিদ্যা-শকতি।
সংসাৰ প্ৰকাশে হেনয় মনক
কৰিলা জীৱে সঙ্গতি ॥
আত্মাৰূপে তাক বিচাৰ কৰিয়া
নানা কাম ভোগ কৈলা।
এহিসে নিমিত্তে গুণৰ সঙ্গত
জীৱ পুনু বন্ধ ভৈলা ॥
যোগ-সাৰ শাস্ত্ৰে জীৱ-ঈশ্বৰৰ
শুনা যেন ভেদ কয়।
পৰমাত্মা হৰি বিজ্ঞান-মুকুতি
নিৰাকাৰ নিৰাময় ॥
নিত্য নিৰঞ্জন আনন্দ-স্বৰূপ
দেহ ইন্দ্ৰি নাহিকয়।
তথাপি শুনয় বচন বোলয়
বস্তুক সবে ধৰয় ॥
গতিয়ো কৰয় বসিয়ো থাকয়
কাহাকো কৰন্ত হত।
জগতৰে কৰ্ত্তা পালয় সবাকো
সংহৰে সবে জগত ॥

নিশ্চল নির্ম্মল নাহিকয় সঙ্গ
একো চেষ্টা নাহিকয়।
বস্তু-পৰিগ্ৰহ নাহিকয় তান
কিছু কৰ্ম্ম নকৰয় ॥
প্ৰজিয়া জগত সদা থাকা তাতে
অতি উদাসীনভাৱে।
মুহিকে আকুল সংসাৰৰ দোষে
তাহাক একো নপাৱে ॥
তানে একো দোষে জীৱ-আত্মা সিটো
দেহ-ধাৰী ভৈলা আসি।
ব্যয় আছে তাৰ অব্যয় হোৱয়
জীৱ নিত্য অবিনাশী ॥
সুখ-দুঃখময় মায়া-মোহ পাশে
ভৈলা অতি বিমোহিত।
কৰ্ম্ম-জৰী-বদ্ধ হুয়া সংসাৰত
পৰি দুঃখ পাৱে নিত ॥
ঈশ্বৰত কৰি জীৱ ভিন্ন মুহি
শাস্ত অধিকাৰী হয়।
ভ্ৰান্তিয়ে অজ্ঞান আবৰিত হুয়া
আপোনাক নজানয় ॥
কৃষ্ণ পাৱে এক শৰণ পশিয়া
হুৰিত কৰি ভকতি।

অতি অজ্ঞানীয়ো অনায়াসে লভে
দুৰ্ল্লভ পৰম গতি ॥
জীৱ-আত্মা পৰ- মাত্মা ভেদ জানি
ভকতি কৰে বিজনে।
কিকহিবা তাক পাইবে অতি সুখে
মহাগতি সিটোজনে ॥
ইটো মাহাত্ম্যক কৰিলো সসাঙ্গ
শুনা সবে বুদ্ধজন।
মাধৱক মনে ধৰি ৰাম ৰাম
বুলিয়োক সৰ্ব্বজন ॥

---

# ত্ৰয়োবিংশ মাহাত্ম্য

## হৰিভক্তিহীনৰ নিন্দা

### পদ

হৰি-ভক্তি-বিহীন অজ্ঞানী যিটোজন।
ইদানীক কৰো তাৰ নিন্দা-নিৰূপণ ॥
ব্ৰহ্মাৰ বচন ভগৱন্তৰ আগত।
তৃতীয় স্কন্ধৰ আছে নৱ অধ্যায়ত ॥
কৰয় নিষ্কাম কৰ্ম্ম নাদৰে তোমাক।
নৰকৰ ভাগী সিটো কহিলোহো তাক ॥
তজু গুণ-যশ-শ্ৰৱণাদি নকৰয়।
কাম্য-কৰ্ম্মপৰ আতি সিটো দুৰাশয় ॥

অতি মন্দভাগী সেই সংসার-মধ্যত ।
করিলেক দৈবে তার মতি অতি হত ॥
তযু কথা শ্রবণাদি হবে সর্ব্ব দুঃখ ।
হেনয় কথাত ভৈলা পরম বিমুখ ॥
অল্প কাম-সুখ-লোভ করিয়া মরত ।
দুঃখরূপ কর্ম্ম মাত্র করয় সতত ॥
ক্ষুধা তৃষ্ণা সহে বাত-বৃষ্টি-রৌদ্রচয় ।
কফ-বাত-পিত্তে পীড়া সদায় করয় ॥
অতিশয় কাম-অগ্নি জ্বলে হৃদয়ত ।
নাহি শান্ত চিত্ত ক্রোধ গুপুচে মনত ॥
ইহাক লাগিয়া দুঃখ লাগে মোর মনে ।
দুঃসহ কর্ম্মক করি মরে কিকারণে ॥
বুলিবা হেনয় হোয়ে অজ্ঞানী জনর ।
ভৈলা যিটো মুকুত বিবেকী যিটো নর ॥
তাসম্বার ভক্তি কিয় লাগে করিবাক ।
শুনিয়োক প্রভু কৃষ্ণ কহো মই তাক ॥
তোমার প্রসঙ্গ যশ-শ্রবণ-কীর্ত্তন ।
ইহাত বিমুখ আতি ভৈলা যিটোজন ॥
নাহিকে তাহার সুখ কিঞ্চিতো দিনত ।
ইন্দ্রিগণে৷ পীড়া পাবে নানা ব্যাপারত ॥
রাত্রিয়ো নাহিকে সুখ নিদ্রাত থাকয় ।
স্বপ্ন দেখি জাগে ক্ষণে নিদ্রাত জাগয় ॥

অৰ্থৰ উত্তম কৰি আছে যত যত ।
কৰয় তাহাকো সবে দৈবে আত্তি হত ॥
যত্তপি হোৱয় জ্ঞানী প্ৰসঙ্গ-বিমুখ ।
সংসাৰত এহিমতে ফুৰে ভুঞ্জি দুঃখ ॥
ব্ৰহ্মাৰ বচন ইটো থৈলো এহিমানে ।
শৌনকাদি বাক্য আবে শুনা সাৱধানে ॥
প্ৰথম স্কন্ধৰ আছে ষোল অধ্যায়ত ।
বোলন্ত বচন আবে সূতৰ আগত ॥
হৰি-কথা-অমৃত যিজনে নিপিৱয় ।
তাহাৰ জীৱন বৃথা কহিলো নিশ্চয় ॥
ৰাত্ৰিৰ বয়স যায় নিদ্ৰাত বিফলে ।
ব্যৰ্থ-কৰ্ম্মে যায় আয়ু দিনৰো সকলে ॥
জ্ঞান আয়ু বয়স সকলে ব্যৰ্থ ভৈল ।
শুনিয়োক তাতে পুনু আৰো যেন কৈল ॥
হৰি-ভক্তি-হীনৰো জীৱন যদি হয় ।
নিৰ্জ্জীয়ে কি ভেবে ইটো তৰু-বনচয় ॥
নিশ্বাস ভোজন নাহি জানিবা বৃক্ষৰ ।
কহো শুনিয়োক যেন ইহাৰ উত্তৰ ॥
কমাৰৰ ভাথীমায়ে নিশ্বাস কাঢ়য় ।
গ্ৰামৰ শূকৰে বিষ্ঠা ভোজন কৰয় ॥
জীয়া বুলি ভাথীক কহয় কোন নৰে ।
কোনেনো প্ৰশংসা আদি শূকৰক কৰে ॥

হৰি-ভক্তি নকৰিয়া যিজন জীয়য় ।
মৰাশৰ যেন সিটো বৰ্জ্জনী হোৱয় ॥
শুনা আৰো বাক্য শৌনকাদি সমস্তৰ ।
তৃতীয় অধ্যায়ে আছে দ্বিতীয় স্কন্ধৰ ॥
হৰিভক্তিবিহীন পুৰুষ যিটো ভৈল ।
পশুতো অধম তাৰ জন্ম ব্যৰ্থ গৈল ॥
মাধৱৰ নাম যাৰ কৰ্ণক নগৈল ।
কুকুৰ-সমান অৱজ্ঞাৰ থলী ভৈল ॥
বিষ্ঠাতুল্য বিষয়ত আশকতি কৰি ।
ভৈল সিটো নৰ গ্ৰাম্য-শূকৰৰ সৰি ॥
কণ্টক-সদৃশ বিষয়ত কৰি ৰতি ।
উট-সম ভৈল সিটো পৰম দুৰ্ম্মতি ॥
গৰ্দ্দভ সমান ভৈল ব্যৰ্থে বহি ভাৰ ।
শৌনকাদি বাক্য আৰে কৰিলো সংহাৰ ॥
পঞ্চম অধ্যায়ে আৰো তৃতীয় স্কন্ধত ।
বিদুৰে বোলন্ত বাক্য মৈত্ৰেয় আগত ॥
হৰিৰ কথাত যিটো নকৰে ৰমণ ।
তাক অতি নিন্দা কৰি বোলন্ত বচন ॥
নজানিয়া যিটো কৃষ্ণ-কথা সুশুনয় ।
শোচনীৰ শোচ্যতৰ সেহিসে হোৱয় ॥
কহো আৰে যিটো শোচ্যতম অতিশয় ।
সকলে শাস্ত্ৰৰ তাত্পৰ্য্যক জানয় ॥

তথাপি কৃষ্ণৰ কথা নকৰে শ্ৰৱণ ।
সবাৰো শোচনী শোচ্যতম সেহিজন ॥
হৰিলেক কালে তাৰ আয়ুক বিফলে ।
বাক্য মন শৰীৰৰ ব্যাপাৰ সকলে ॥
হৰি-কথা বিনে তাৰ সবে বৃথা ভৈল ।
মৈত্ৰেয়ৰ আগত বিদুৰে ইটো কৈল ॥
তৃতীয়ত বৈকুণ্ঠ-বৰ্ণনা সময়ত ।
ব্ৰহ্মায়ে কহন্ত পঞ্চদশ অধ্যায়ত ॥
সৃষ্টি আদি কৰিয়া হৰিৰ লীলা যত ।
তাৰ বিনে আন মানে কুকথা সমস্ত ॥
সিটো কুকথাক কৰে যিজনে শ্ৰৱণ ।
কদাচিতো বৈকুণ্ঠক নযায় সিটো জন ॥
কুকথা শ্ৰৱণমাত্ৰে ভৈল ভাগ্যহত ।
হৰিলে সমস্তে সুবাসনা আছে যত ॥
পৰে সিটো গৈয়া তমোময় নৰকত ।
তাতে আৰো শুনিয়ো বত্ৰিশ অধ্যায়ত ॥
অচ্যুতৰ কথামৃত তেজিয়া যিজন ।
কুকথাক মাত্ৰ সদা কৰয় শ্ৰৱণ ॥
কুকথা শুনিবে প্ৰতি কৰ্ণ দিয়া তাক ।
ঈশ্বৰে কৰিলে সৃষ্টি জানা সিঠে আক ॥
কণা ভৈলে জান তাৰ একো দুখনয় ।
তেবে আৰো কুকথাৰ দোষ নপায়য় ॥

হৰিৰ কথাত কৰি অন্য কথাচয়
দৃষ্টান্তে দেখাও যেনমতে তুচ্ছ হয় ॥
অমৃতক তেজি যেন শূকৰসকল।
বিষ্ঠাকেসে ভুঞ্জে যেন কৰি কৌতূহল ॥
অমৃত পুৰীষ সমে যতেক অন্তৰ।
হৰি-কথা কুকথাৰো সেহি পটন্তৰ ॥
আমি কৃষ্ণ-কথা-অমৃতক পান কৰা।
বিষ্ঠাৰ সদৃশ কুকুথাক পৰিহৰা ॥
শুনা আৰো দশমত বেদৰ বচন।
নৰ-শৰীৰক আসি পায়া যতোজন ॥
শ্ৰৱণ-কীৰ্ত্তন আদি ভকতিক ধৰি।
নভজে তোমাৰ পাদ-পদ্ম নৰহৰি ॥
বিফল জনম তাৰ মৃতক-সমান।
কোকাৰয় নিশ্বাস ভাথীৰ যেন থান ॥
একাদশ স্কন্ধে আৰো পঞ্চ অধ্যায়ত।
চমস সিদ্ধৰ বাক্য নিমিৰ আগত ॥
বোলন্ত ব্ৰাহ্মণ-বৈশ্য-শূদ্ৰ-ক্ষত্ৰিয়ৰ।
সবাৰো কৃষ্ণেসে পিতৃ কৃষ্ণেসে ঈশ্বৰ ॥
হেনয় কৃষ্ণক নজানিয়া নভজয়।
ধৰ্ম্মভ্ৰষ্ট হৈয়া ঘোৰ নৰকে পৰয় ॥
জানিয়া কৃষ্ণক যিটো নকৰে ভকতি।
গুৰু-পিতৃ-দ্ৰোহী পাপে যাইবে অধোগতি ॥

অতি অল্প জ্ঞানে মাত্র পণ্ডিত হোৱয় ।
নভজে কৃষ্ণক আন কৰ্ম্মসে কৰয় ॥
তাহাৰ চিকিৎসা নাই অতি মন্দমতি ।
বৰ্জ্জনী জানিয়া তাৰ নলৈবা সঙ্গতি ॥
বেদে মাত্র ব্রাহ্মণ ক্ষত্রিয় বৈশ্য জাতি ।
হৰি ভজিবাক পাইলে অধিকাৰ অতি ॥
মোহ হুয়া বেদবাদে নভজে হৰিক ।
ভৈলা আসকতি কৰ্ম্ম কালত অধিক ॥
যেনমতে কৰ্ম্ম পুৰুষক নবান্ধয় ।
যিমতে কৰ্ম্মক কৰিবাক নজানয় ॥
জানন্তাতো সুপুছয় গৰ্ব্বে অতিশয় ।
মূৰ্খ হুয়া আপোনাক পণ্ডিত মানয় ॥
আপোনাতো কৰে চাটু মধুৰ বচন ।
কৰ্ম্ম কৰি কৰিবেক স্বৰ্গক গমন ॥
অপেস্বৰা সমে তৈতে কৰিবে বিহাৰ ।
স্বৰ্গৰ সমান ভোগ নাহিকয় আৰ ॥
আছয় বহুত দুঃখ হৰি-বিমুখৰ ।
নাহি মন শাস্ত্র ধৰ্ম্ম সুবুজে বেদৰ ॥
মূৰ্খ হুয়া আপোনাক বোলয় পণ্ডিত ।
দুগুচয় গৰ্ব্বতায় নাহি ধৰ্ম্মে-চিত্ত ॥
হৈব মনোৰথ-সিদ্ধি মানিয়া মনত ।
মোহ হুয়া অনেক পশুক কৰে হত ॥

পোষয় আহাৰ দিয়া যিটো পশুচয় ।
সিসবে বিশ্বাস তাত কৰে তেজি ভয় ॥
হেনয় পশুক মাৰে পৰম নির্দ্দয় ।
শুনিয়ো তাহাৰ যেনমত গতি হয় ॥
পৰলোকে গৈলে তাক সেহি পশুগণে ।
অস্ত্র-শস্ত্র ধৰি ধাৱে অতি ক্রুদ্ধ মনে ॥
কাটি কাটি শৰীৰৰ মাংস খায় বেচি ।
ভুঞ্জয় যাতনা ঘোৰ নৰকত পৰি ॥
পুত্রাদি সহিতে ইটো মৃতক দেহক ।
বান্ধিলেক স্নেহ অতি কৰিল মনত ॥
ঈশ্বৰক হিংসা কৰে পৰ শৰীৰত ।
পৰয় অৱশ্যে সিটো ঘোৰ নৰকত ॥
যিটো মহা অজ্ঞজনে একো নজানয় ।
মহন্তৰ অনুগ্রহে সিটো নিস্তৰয় ॥
যিটো তত্ত্ব জানি সর্ব্ব ঈশ্বৰক ভজে ।
আপুনিয়ো তাৰাসৱে তৰয় সহজে ॥
জানে কিছু শাস্ত্র অতি অজ্ঞ নুহিকয় ।
তত্ত্ব-জ্ঞানী নুহিকে হৰিক নজানয় ॥
ইটো মধ্যবর্ত্তী নৰ অধোগতি যায় ।
কোটি জন্মে তাহাৰ নিস্তাৰ আৰ নাই ॥
মোহে মুর্খ কিন্তু নপাইবেক তত্ত্বজ্ঞান ।
ধর্ম্ম-অর্থ-কামকেসে কৰয় প্রধান ॥

নাহি উপশান্তি আৰ অনেক নৰক।
আপোনাক আপুনি কৰিলে সিটো হত ॥
অজ্ঞানকে জ্ঞান বুলি মানিয়া আছয়।
শুনা সিটো আত্মঘাতী যি গতি পাৱয় ॥
যিটো নৰকত আত্মঘাতী সব থাকে।
অতি মহা দুঃখে সিটো চলি যায় তাকে ॥
ভুঞ্জয় যাতনা অতি পাৱে মহাদুঃখ।
হেনয় দুৰ্গতি যিটো হৰিত বিমুখ ॥
গৃহ-পুত্ৰ-ভাৰ্য্যা অনিচ্ছায়ে সবে এৰি।
ঘোৰ অন্ধতম নৰকত থাকে পৰি ॥
থৈলো এহিমানে ইটো বাক্য চমৎকাৰ।
ওহি একাদশে কহো বচন কৃষ্ণৰ ॥
এথাৰ অধ্যায়ে আছে কহিলো নিৰ্ণয়।
উদ্ধৱক বোলন্ত শুনিয়ো মহাশয় ॥
শাস্ত্ৰসব পঢ়ি ব্ৰহ্ম তত্ত্বক জানিল।
কিন্তু তাৰ সাধনাত নিষ্ঠা নাহি ভৈল ॥
নাহি একো ফল ভেবে শাস্ত্ৰ পঢ়িবাৰ।
কেৱলে শ্ৰমেসে মাত্ৰ ফল ভৈল তাৰ ॥
যেন বাঞ্জী ধেনু চাৰি দুঃখ পাৱে মাত্ৰ।
সেহিমতে শ্ৰম মাত্ৰ পাৱে পঢ়ি শাস্ত্ৰ ॥
চৌৰাশী অধ্যায়ে আছো দশম স্কন্ধৰ।
শুনিয়োক পুনু কহো বচন কৃষ্ণৰ ॥

মুনি-সমস্তৰ আগে বোলন্ত বচন ।
মৰাশৱ-তুল্য শৰীৰক যিটোজন ॥
আত্মবোধ কৰি অহঙ্কাৰ কৰে ঘোৰ ।
মৃততুল্য ভাৰ্য্যাদিক বোলে ইটো মোৰ ॥
প্ৰতিমাতে কেৱলে দেৱতা-বুদ্ধি কৰে ।
জলত কৰয় তীৰ্থবুদ্ধি নিৰন্তৰে ॥
ইটো চাৰি বুদ্ধি মহন্তত নকৰয় ।
গৰুতো অধম সিটো কহিলো নিশ্চয় ।
এহিমানে থৈলো ইটো বাক্য মাধৱৰ ।
সপ্তমত কহো শুনা বাক্য প্ৰহ্লাদৰ ॥
বোলন্ত প্ৰহ্লাদে নৰসিংহৰ আগত ।
আছয় দ্বাদশ গুণ যিটো ব্ৰাহ্মণত ॥
নভজে তোমাৰ দুই চৰণ-পদ্মত ।
ইন্দ্ৰিয়ৰ সুখ মাত্ৰ সাধয় সতত ॥
তাতো কৰি শ্ৰেষ্ঠ মানো জানা চণ্ডালক ।
হৈলেক তোমাৰ যিটো চৰণ-সেৱক ॥
অৰ্পিলেক তোমাতেসে কায়-বাক্য-মন ।
কৰিলেক কুলকো পবিত্ৰ সিটোজন ॥
আপোনাকে বিপ্ৰে শুদ্ধ কৰিতে নপাৰে ।
বাঢ়িলে কেৱলে কৰ্ম্ম-গৰ্ব্ব অহঙ্কাৰে ॥
ব্ৰাহ্মণে যদ্যপি হৰি-ভক্তি নকৰয় ।
চণ্ডালতো হীন অতি শাস্ত্ৰত কহয় ॥

জানি সব তেজা ভজি কৃষ্ণৰ চৰণ।
শুনা বৃহৎনাৰদীত নাৰদ-বচন ॥
কহন্ত নাৰদে ঋষিসবৰ আগত।
হৰি-ভক্তিহীন হুয়া জীয়ে লোক যত ॥
মৃতক সমান কৰি মানিবা তাহাক।
কহিলোহো নিষ্ঠে মই ইটো সত্যবাক ॥
কমাৰৰ ভাথী যদি ফোকাৰ তেজয়।
তথাপিতো সিটো যেন জীয়া নুহিকয় ॥
সেহিমতে হৰি-ভক্তিহীন লোকচয়।
জীয়ন্ততে শৱ-সম কহিলো নির্ণয় ॥
নুশুনে বৈষ্ণৱ-শাস্ত্র যিটো নৰাধম।
তাহাৰ সদায় স্বামী জানা ৰাজা যম ॥
হৰিৰ কথায়ে সর্ব্ব পাপ বিনাশয়।
হেন হৰি-কথা যিটো মূঢ়ে নুশুনয় ॥
অচিৰ কালতে সিটো বিনাশ হোৱয়।
ঘোৰ নৰকত পৰি যাতনা ভুঞ্জয় ॥
শুনা ষষ্ঠ স্কন্ধে আক বচন যমৰ।
স্মৰিয়া কহন্ত যমে আগত দূতৰ ॥
মুকুন্দৰ চৰণৰ পদ্ম-মধুচয়।
নিষ্কিঞ্চন ভক্তসবে অজস্রে লবয় ॥
হেনয় ৰসত তৈজ বিমুখ যিজন।
নৰকৰ পথ গৃহে বদ্ধ তৈজ মন ॥

সেহিতো অসন্ত দুষ্ট পৰম আমাৰ ।
বান্ধি আন দিয়া তাক ভাঙ্গৰ প্ৰহাৰ ॥
যাহাৰ জিহ্বায়ে হৰিনাম নগাৱয় ।
যাৰ শিৰে কৃষ্ণক প্ৰণাম নকৰয় ॥
কৃষ্ণ-পাদ-পদ্ম চিত্তে নুসুমৰে যাৰ ।
কৃষ্ণ-কৃত্য যিটো নকৰয় একবাৰ ॥
ভুঞ্জায়ো যাতনা নৰকক আনি তাক ।
এহিমানে থৈলো যম নৃপতিৰ বাক ॥
গীতাত মাধৱে কহি আছে অৰ্জ্জুনত ।
দেখিবাহা বিচাৰি ষোড়শ অধ্যায়ত ॥
কহিলা আসুৰী দৈৱী সম্পদ দুভয় ।
আসুৰী সম্পদ যিটো কৰিয়া আশ্ৰয় ॥
মোক দ্বেষ কৰিয়া যজয় ক্ৰূৰমতি ।
ময়ো দ্বেষ কৰো তাক যায় অধোগতি ॥
অতি ক্ৰূৰ ব্যাঘ্ৰ সৰ্প আদি যোনি যত ।
সদা তাকে দেওঁ পৰি থাকে সংসাৰত ॥
জন্মে জন্মে সেহি যোনি পাৱে বাৰম্বাৰ ।
জানা কুন্তীসুত মোক নপাৱয় আৰ ॥
তাহাতো অধম যোনি ক্ৰিমি কীটচয় ।
সেহি যোনি পায়া ঘোৰ সংসাৰে থাকয় ॥
তাতে আৰো কহিলা নৱম অধ্যায়ত ।
বোলন্ত নজানে মোক মূঢ়সব যত ॥

শুদ্ধ-সত্ত্ব-তনু মঞি মহা মহেশ্বৰ।
ভক্তৰ ইচ্ছায়ে ৰূপ ধৰো মনুষ্যৰ॥
মোহোৰ পৰম তত্ত্ব নজানয় তাক।
এতেকেসে মূঢ়সবে নভজে আমাক॥
মোত ব্যতিৰেকে আৰ যত দেৱচয়।
সেই তাক শীঘ্র ফল মনত মানয়॥
হেনয় আশায়ে হোৱে আমাত বিমুখ।
ব্যৰ্থ আশা ব্যৰ্থ কৰ্ম্ম কৰি পায় দুঃখ॥
আমাৰ কুতৰ্ক-শাস্ত্ৰ-জ্ঞান ভৈলা যাৰ।
এতেকেসে বিষয়ত চিত্ত সদা তাৰ॥
ৰজ-তম-গুণে মাত্ৰ সদায় যুগুত।
কাম দৰ্প হিংসা আদি আছয় সহুত॥
কৰে বুদ্ধি ভ্ৰংশ হেন স্বভাৱক ধৰি।
অজ্ঞানে আমাক জানিবাহা নিষ্ঠ কৰি॥
বৈকুণ্ঠানন্দনে আৰো অৰ্জ্জুনৰ আগে।
শুনিয়ো কহন্ত যেন কৃষ্ণ মহাভাগে॥
যোজন্ত ভিক্ষাৰ আশে মোৰ নাম-গুণ।
নাপাৱে মুখত যিটো জানিবা অৰ্জ্জুন॥
দেখিবাক যোগ্য নহে সিটো অধমক।
দেখিল মাত্ৰকে তেজি গুচিব দূৰক॥
স্বপ্নতো যদ্যপি নাম নাপাৱয় মোৰ।
দেখিবে অযোগ্য সিটো পাতকী দুৰ্যোৰ॥

বর্জ্জিযাহা অতি দূৰে দেখিয়া তাহাক
থৈলো এহিমানে কৃষ্ণ দেৱতাৰ বাক ॥
শুনা আৰো কহো যেন পদ্ম-পুৰাণত।
যিটো বিপ্ৰসব নুহি কৃষ্ণত ভকত ॥
ব্ৰাহ্মণৰ শৰীৰ পায়া নভজে কৃষ্ণক।
দেখিবা চণ্ডাল যেন সিটো ব্ৰাহ্মণক ॥
যদি অন্ত্যজাতি হোৱে কৃষ্ণত ভকত।
কৰয় পবিত্ৰ সেহি তিনিয়ো জগত ॥
ইসব বাক্যৰ শুনা নিৰ্ণয় বিমত।
হুয়া এক শৰণ কৃষ্ণৰ চৰণত ॥
কৰিয়া ভকতি মহা গতিক পাৱয়।
আনমতে কদাচিতো গতি নাহিকয় ॥
এতেকেসে যিটো হৰি-ভক্তিহীন ভৈল।
পৰম পাতকী সিটো অধোগতি গৈল ॥
জন্মে জন্মে থাকে পৰি সংসাৰ-গৰ্ত্তত।
এহিমানে কৰিলো মাহাত্ম্য সমাপত ॥
শুনিলাহা সৰ্ব্বজনে গ্ৰন্থৰ নিৰ্ণয়।
জানি কৰা কৃষ্ণ পাৱে শৰণ নিশ্চয় ॥
অকৃতিক যদি তৰা সংসাৰক সুখে।
তাপ দূৰ হৌক ৰাম ৰাম বোলা মুখে ॥

---

# চতুর্বিংশ মাহাত্ম্য

## ভক্ত-দ্বেষীৰ গতি

### ছবি

ইদানীক কহো শুনা ভকত-দ্বেষীৰ গতি
চমস সিদ্ধৰ বচনত ।
কহন্ত নিমিৰ আগে আছে একাদশ স্কন্ধে
দেখিবা পঞ্চম অধ্যায়ত ॥
অভকত যিটো জন কৰ্ম্মত মগন মন
বাঢ়ে দম্ভ দৰ্প আদি তাৰ ।
প্ৰাণীবধে নাহি মায়া কৰে ঘোৰ হিংসা-ধৰ্ম্ম
মুণ্ডচে সদায়ে অহঙ্কাৰ ॥
কামুক দাম্ভিক আতি সৰ্পৰ সমান ক্ৰোধী
উপহাস্য ভক্তক কৰয় ।
দান-বিদ্যা ৰূপ-বলে ধন-জন-বিভূতিয়ে
অতি মহা গৰ্ব্ব উপজয় ॥
হোৱে অতি বুদ্ধি অন্ধ নজানয় ভাল-মন্দ
ঈশ্বৰে সহিতে ভকতক ।
নিন্দে অতি সৰ্ব্বদায় সিটো অধোগতি যায়
ভুঞ্জে ঘোৰ যাতনা নৰক ॥
এহিমানে চমসৰ বচন সংহৰি থৈলো
কহো শুনা মহেশ বচন ।
দেখিবা চতুৰ্থ স্কন্ধে তৃতীয় অধ্যায়ে আছে
সতীক বোলয় ত্ৰিনয়ন ॥

বুলিবাহা সতী তুমি ভগৱন্ত দক্ষ তাক
কিয় তুমি কৰা তিৰস্কাৰ।
যিহেতু তোমাক দক্ষে কৰন্ত সদায়ে দ্বেষ
শুনা সতী উত্তৰ ইহাৰ॥
কাহাকো ভকতসবে হিংসা-দ্বেষ নকৰয়
থাকে সবে সন্তোষক পাই।
তথাপি দুৰ্জ্জন সবে দেখিবাক নপাৰয়
নিন্দাবাদ কৰিব সদায়॥
পুণ্য-কীৰ্ত্তি আদি নানা ভক্তৰ ঐশ্বৰ্য্য দেখি
দুৰ্জ্জনৰ দহয় হৃদয়।
ভকতৰ ঐশ্বৰ্য্যক পাইবাক সমৰ্থ নুহি
দ্বেষ মাত্ৰ কেৱলে কৰয়॥
অসুৰসকলে যেন হৰিক কৰয় দ্বেষ
দুষ্টৰ স্বভাৱ সেহিমত।
ভক্তে একো নকৰয় তথাপি দুৰ্জ্জনসবে
হিংসা-দ্বেষ কৰয় সতত॥
শেষ অধ্যায়ত তাতে দশ প্ৰচেতস আগে
মহা ঋষি নাৰদে কহয়।
বিষ্ণু-ভকতক নিন্দা কৰে যিটো দুষ্ট নৰে
হৰি তাৰ পূজা নলয়।
নিৰ্ধনীৰ ধন হৰি হেন হৰি-ধন মাত্ৰ
প্ৰিয় অতি ভৈলন্ত যাহাৰ।

ভকতি-রসক জানে     নাহি আন তাত বিনে
হরিয়ো পরম প্রিয় আর ॥
কুল-কর্ম্ম-শ্রুত-ধন     তার গর্ব্বে নিন্দে সদা
বৈষ্ণরক যিটো মন্দমতি ।
একোকালে ভগবন্ত     পূজা তার নলবন্ত
সিটো পাপী যায় অধোগতি ॥
ষষ্ঠ স্কন্ধত আছো     শুনা চিত্রকেতু-বাক্য
অনন্তক বোলন্ত বচন ।
আপুনিয়ো পারে দুঃখ     পরলোকরয় দ্রোহ
হেন ধর্ম্ম করে যিটোজন ॥
একোমতে কদাচিতো     কুশল নাহিকে তার
সিটো মহা পাতকী দুর্ম্মতি ।
সেই দুঃখ শরীরক     হোবে তাত তনু কোপ
এতেকেসে যায় অধোগতি ॥
পরহিংসা ধর্ম্মে মহা-     পাতক হোয়ত মাত্র
এতেকে কুশল নাহিকয় ।
চিত্রকেতু-বাক্য ইটো     যোল অধ্যায়ত আছে
কহিলোহো করিয়া নির্ণয় ॥
বৈষ্ণবানন্দনে আছো     কৃষ্ণর বচন কহো
বোলন্ত লক্ষ্মোধি অর্জ্জুনক ।
ভকত দুহিকে মোর     সেহিসে পাতকী ঘোর
যিটো নিন্দে মোর ভকতক ॥

তাৰ আৰ নাহি গতি যাইবে সিটো অধোগতি
ভুঞ্জিবে যাতনা নৰকত ।
ইটো সব বচনৰ অনুসাৰে শুদ্ধভাৱে
লৈয়ো এক-শৰণ কৃষ্ণত ॥
কৃষ্ণত ভকতি কৰি পায়য় উত্তম গতি
আনমতে গতি নাহিকয় ॥
ভক্তি-ৰত্নাকৰ-গ্ৰন্থে ইটো মাহাত্ম্যত জানা
এহিমানে ভৈলেক নিৰ্ণয় ॥
শুনিলাহা সাধুগণ ভক্ত-দ্বেষী যিটোজন
তাহাৰ বিপত্তি যেন কত ।
জানি তেজা ভক্ত-দ্বেষ এৰায়ো দাৰুণ ক্লেশ
লয়ো এক-শৰণ কৃষ্ণত ॥
সদায় ভক্তৰ সঙ্গে শ্ৰৱণ-কীৰ্ত্তন ৰঙ্গে
কৰিয়ো কৃষ্ণৰ গুণ-নাম ।
এৰিয়ো বিষয় আশ ছিন্দোক মায়াৰ পাশ
সদা ডাকি বোলা ৰাম ৰাম ॥

---

# পঞ্চবিংশ মাহাত্ম্য

## ভক্তৰ অঙ্গ-প্ৰশংসা

### পদ

ইদানীক কৰো অঙ্গ-প্ৰশংসা ভক্তৰ।
সাৱধান মনে শুনিয়োক সৱে নৰ ॥
চতুৰ্থ অধ্যায়ে আছে নৱম স্কন্ধত।
শুকৰ বচন পৰীক্ষিতৰ আগত ॥
ইন্দ্ৰিয় সকল কৰে হৰিৰ ভকতি।
এতেকে জানিয়া অম্বৰীষ মহামতি ॥
অৰ্পিলন্ত মন কৃষ্ণ-চৰণ-পদ্মত।
বৰ্ণাইলা বচনে হৰি গুণক সতত ॥
কৰিলন্ত হস্তে হৰি-মন্দিৰ মাৰ্জ্জন।
কৰ্ণে কৃষ্ণ-কথা মাত্ৰ কৰিলে শ্ৰৱণ ॥
মুকুন্দৰ থান চাহি আছিলা নয়ন।
শৰীৰে কৰিলা ভকতক আলিঙ্গন ॥
শ্ৰীমন্ত তুলসী কৃষ্ণ-চৰণ-পদ্মৰ।
নাসিকায়ে ঘ্ৰাণ তাৰ লৈল নৃপবৰ ॥
ঈশ্বৰ কৃষ্ণত নিবেদিত অন্ন যত।
তাৰে মাত্ৰ স্বাদ লৈলা জিহ্বায়ে সতত ॥
কৰিলন্ত পায়ে হৰি-ক্ষেত্ৰক গমন।
শিৰে হৰি চৰণক কৰিলা বন্দন ॥
দাস-ভাৱে ঈশ্বৰৰ প্ৰসাদ মনে মানি।
অৰ্পনাদি ভোগ কৰিলন্ত মহা জ্ঞানী ॥

ইটো ইন্দ্রিয়ৰ ভোগ নাহি হেন মতি ।
সদায়ে ভকতিত মাত্র কৰিলন্ত ৰতি ॥
আছিল পৰম ভাৱ ভকতিত কেৱল ।
তাহাৰেসে দেহ ইন্দ্রি সকলে সফল ।
শুকৰ বচন ইটো থৈলো এহিমানে ।
পৰীক্ষিত-বাক্য কহো শুনা সাৱধানে ॥
দশম স্কন্ধৰ আছে আশী অধ্যায়ত ।
বোলন্ত বচন শুকদেৱৰ আগত ॥
সেহিসে বচন মহা সফল হোৱয় ।
যিটো বাক্যে কৃষ্ণ-গুণ-কীৰ্ত্তন কৰয় ॥
সেহি হস্ত সফল হৰিৰ কৰ্ম্ম কৰে ।
সেহি মন ধন্য কৃষ্ণকেসে মাত্র স্মৰে ॥
মাধৱৰ পুণ্য-কথা সদায় শুনয় ।
সেহি কৰ্ণ সফল জানিবা মহাশয় ॥
স্থাৱৰ জঙ্গম সৱে ৰূপ মাধৱৰ ।
তাহাকে প্রণামে মাথে সিসে শ্রেষ্ঠতৰ ॥
স্থাৱৰ জঙ্গমে যিটো হৰিক দেখয় ।
তাকেসে উত্তম চক্ষু বোলয় নিশ্চয় ॥
হৰিসেৱা সন্তোষৰ নিৰ্ম্মল অমৃত জল ।
লোৱে নিতে যিটো সেই শৰীৰ সফল ॥
সেহি জিহ্বা সাফল হৰিক স্তুতি কৰে ।
সেহি শুদ্ধ চিত্ত হৰি চিন্তে নিৰন্তৰে ॥

কেৱলে সেহিসে কৰ শ্লাঘনী হোৱয় ।
যিটো জনে হৰি-পূজা সদায় কৰয় ॥
কৃষ্ণত কৰিয়া এক শৰণ নিশ্চয় ।
কোনো সেৱা মাত্ৰকতে মুকুতি পাৱয় ॥
সমস্তে ইন্দ্ৰিয়ে যিটো সেৱে মাধৱক ।
কিকহিবো পাইবে যিটো মুকুতি-পদক ॥
জানি হেন নিৰ্ণয় সমস্ত ইন্দ্ৰিগণে ।
কৰিয়োক সেৱা সৱে কৃষ্ণৰ চৰণে ॥
কৰিলোহো সমাপত ইটো মাহাত্ম্যক ।
প্ৰশংসা কৰিলো বিষ্ণু-ভক্তৰ অঙ্গক ॥

—×—

## ষড়বিংশ মাহাত্ম্য

### ভক্তৰ জন্ম-কৰ্ম্মাদি প্ৰশংসা

পদ

ইদানীক জন্ম-কৰ্ম্ম আদি ভকতৰ ।
কৰোহো প্ৰশংসা শুনিয়োক আতপৰ ॥
ঊনত্ৰিশ অধ্যায়ত চতুৰ্থ স্কন্ধৰ ।
প্ৰাচীনবৰ্হিৰ আগে বাক্য নাৰদৰ ॥
নিৰূপন্ত তত্ত্ব আপুনিয়ে কৃপা কৰি ।
বোলন্ত সেহিসে কৰ্ম্ম তুষ্ট যাত হৰি ॥
তাকেসে উত্তম বিদ্যা বুলি স্বৰূপত ।
যাত হন্তে হোৱে ৰতি ঈশ্বৰ কৃষ্ণত ।
হৰিসে দেহীৰ নিজ আত্মা প্ৰিয়তম ।
আপুনি প্ৰকৃতি হৰি ঈশ্বৰ পৰম ॥
এতেকে পৰম ফল হৰিসে কেৱল ।
হৰি ব্যতিৰেকে আন বিনাশী সকল ॥

তাতে সেই অধ্যায়ে পুনু নাৰদ-বচন ।
বোলন্ত সকল তাৰে জন্ম-কৰ্ম্ম-মন ॥
তাৰেসে সকল আয়ু সকল বচন ।
হৰিক সদায় সেৱা কৰে যিটো জন ॥
হৰিয়েসে কৰে যত জন্মাদি সফল ।
হৰি-সেৱা বিনে ব্যৰ্থ এতেকে সকল ॥
প্ৰহ্লাদে কহন্ত আৰো বিষ্ণু-পুৰাণত ।
তাকেসে উত্তম কৰ্ম্ম বুলি স্বৰূপত ॥
যিটো কৰ্ম্মে সংসাৰত বন্ধ নোহোৱয় ।
সেহি মহা বিদ্যা যিটো মুকুত কৰয় ॥
আন কৰ্ম্ম যত মানে শ্ৰমসে কেৱল ।
আছে আন বিদ্যা যত সমস্তে বিফল ॥
নাৰদে কহন্ত আৰো প্ৰথম স্কন্ধত ।
তপ-জপ-যাগ-যোগ-মন্ত্ৰ যত যত ॥
জ্ঞান-দান-বেদ-পাঠ সবাৰে কেৱল ।
হৰি-গুণ-কীৰ্ত্তনসে অবিনাশী ফল ॥
কবিসবে ইটো কৰি আছে নিৰূপণ ।
এহিমানে সংহৰিলোঁ নাৰদ-বচন ॥
সেহি প্ৰথমতে আৰো দ্বিতীয় অধ্যায়ত ।
সূতৰ বচন শৌনকাদিৰ আগত ॥
ঐকান্তিক শ্ৰেয়স কহন্ত মুনিবৰ ।
বোলন্ত দুই বিধ ধৰ্ম্ম আছয় লোকৰ ॥

স্বৰ্গাদিৰ অৰ্থে যত কৰে ধৰ্ম্মগণ ।
সেহি ধৰ্ম্ম জানিবাহা প্ৰবৃত্তি-লক্ষণ ॥
যিটো ধৰ্ম্মে মাধৱত ভকতি হোৱয় ।
তাকেসে পৰম ধৰ্ম্ম বুলিয় নিশ্চয় ॥
নিষ্কাম-ভকতি একো বিঘ্নি নপাৱয় ।
ঐকান্তিক শ্ৰেয়স ইহাকে বুলি কয় ॥
নিবৃত্তি-লক্ষণ এহি ধৰ্ম্ম মুখ্যতৰ ।
হৰি-ভকতিসি ফল সমস্ত ধৰ্ম্মৰ ॥
নুহিকে ধৰ্ম্মৰ অৰ্থ-কাম-আদি ফল ।
হৰি-ভক্তি মহাফল ধৰ্ম্মৰ কেৱল ॥
দেখাইলোঁ সূতৰ বাক্যে ভক্তিৰ মহত্ত্ব ।
শুনা আৰো যেন কহে বিষ্ণু পুৰাণত ॥
জীয়ে পঞ্চ দিন মাত্ৰ বিষ্ণু-ভক্তজন ।
তথাপি তাৰেসে মাত্ৰ সফল জীৱন ॥
পৰম দুৰ্ম্মতি হৰি-ভক্তিহীন নৰ ।
জীৱয় বিস্তৰ কাল সহস্ৰ বৎসৰ ॥
ব্যৰ্থ তাৰ জীৱন একোৰো নুহি পাত্ৰ ।
বহুকাল থাকি দুঃখ ভুঞ্জি মৰে মাত্ৰ ॥
প্ৰথম অধ্যায়ে আৰু দ্বিতীয় স্কন্ধত ।
শুনা শুক-বাক্য পৰীক্ষিতৰ আগত ॥
বোলন্ত শুনিয়ো ৰাজা বচন আমাৰ ।
হৈনবা হৈবেক শঙ্কা মনত তোমাৰ ॥

অৱশেষ আয়ু মোৰ আছে অল্প মাত্র।
আত আবে মই কিবা সাধিবাৰ পাত্র ॥
ইটো খেদ কিঞ্চিতেকো নকৰিবা মনে।
জীয়ৈ বহু বৎসৰ প্রমত্ত নৰজনে ॥
নভজয় মাধৱৰ পাদ-পঙ্কজত।
কিবা কাজ সাধে বহুকাল জীৱনত ॥
ব্যর্থে আয়ু যায় জানি কৃষ্ণক ভজয়।
দুই দণ্ড মাত্র সিটো যদ্যপি জীৱয় ॥
তাৰেসে সকল আয়ু মহা শ্রেষ্ঠতৰ।
থৈলোঁ এহিমানে ইটো বচন শুকৰ ॥
দশম স্কন্ধৰ আঠত্রিশ অধ্যায়ত।
বোলন্ত অক্রূৰে বাক্য যাহন্তে পথত ॥
সুমঙ্গল গুণ-জন্ম-কৰ্ম্ম মাধৱৰ।
বিনাশে সমস্ত পাপ নিঃশেষ লোকৰ ॥
সেহি জন্ম-কৰ্ম্ম-গুণ-মিশ্র বাক্যচয়।
জগতকে সেহি বাক্যে শোভন কৰয় ॥
সেহি মিশ্র বাক্যে জগতকে জীয়াৱয়।
সেহি বাক্যে জগতকে পৱিত্র কৰয় ॥
যিটো বচনত নাহি কৃষ্ণ-গুণগণ।
নানা অলঙ্কৃত বাক্য কৰয় শোভন ॥
তথাপিতো শব-সম অপবিত্র অতি।
মহাজনে তাক দুগুনয় কর্ণপাতি ॥

শৱক শোভন কৰে বস্ত্র-অলঙ্কাৰে ।
অপবিত্র সিটো যেন অস্পৃশ্য সবাৰে ॥
হৰি-গুণ-নামহীন বাক্য সেহিমত ।
মহন্তৰ মত ইটো জানা স্বৰূপত ॥
কৃষ্ণত কৰিয়া এক শৰণ নিশ্চয় ।
কেৱলে ভকতি মাত্র কৃষ্ণত কৰয় ॥
সকলে সফল তাৰ জন্ম কৰ্ম্ম যত ।
হোৱে মোক্ষ তাৰ মহা ঘোৰ সংসাৰত ॥
কৃষ্ণৰ ভকতিবিনে সবে ব্যৰ্থ হয় ।
ইটো মাহাত্ম্যত এহি ভৈলেক নিৰ্ণয় ॥
জানিয়া লৈয়োক সবে কৃষ্ণত শৰণ ।
কৰা কৃষ্ণ-গুণ-নাম-মহিমা-কীৰ্ত্তন ॥
জন্মৰো সফল হৈব তৰিবা সংসাৰ ।
কৃষ্ণভক্তি বিনে মহাফল নাহি আৰ ॥

---

## সপ্তবিংশ মাহাত্ম্য

### হৰি-ভক্তিবিহীনৰ জন্ম-কৰ্ম্ম নিন্দা

#### পদ

কহোঁ আৰো মাহাত্ম্য শুনিয়ো আতপৰ ।
হৰিভক্তিবিহীন অজ্ঞানী যত নৰ ॥
তাসম্বাৰ জন্ম-কৰ্ম্ম গতি যোগচয় ।
তাৰে নিন্দা নিৰূপণ কৰোঁ অতিশয় ॥

আপোনাক দেন্ত কৃষ্ণে ভকতজনক।
নকৰয় সেৱা যিটো হেন মাধৱক ॥
তাহাৰ উত্তম জন্মে কিবা কৰিবেক।
কৰ্ম্মে বা তাহাৰ কিবা কাৰ্য্য সাধিবেক ॥
দেৱৰ সদৃশ আয়ু যদি তাৰ ভৈল।
তথাপিতো তাৰ আয়ু ব্যৰ্থে বহি গৈল ॥
নানা শাস্ত্ৰ শুনয় কৰয় তপস্যাক।
আতি চতুৰালি কৰি বোলে বহু বাক ॥
বল-বুদ্ধি যতেক চিত্তৰ বৃত্তিচয়।
যোগ সাংখ্য সন্ন্যাসে বা কি কাৰ্য্য সাধয় ॥
বেদপাঠ ব্ৰত দান তীৰ্থস্নান কৰে।
আনো নানা শ্ৰেয়সৰ সাধন আচৰে ॥
হৰিক নজানে যিটো সবে ব্যৰ্থ তাৰ।
হৰিভক্তিবিনে মহাফল নাহি আৰ ॥
দশম স্কন্ধত আছে তেইশ অধ্যায়ত।
ব্ৰাহ্মণসৱৰ বাক্য যজ্ঞ-সময়ত ॥
আপোনাক নিন্দা কৰি বচন বোলয়।
ভৈলোঁ আমি হৰিত বিমুখ অতিশয় ॥
আমাসাৰ উত্তম জীৱন ধিক ধিক।
ধিক আমি সবে শাস্ত্ৰ জানিলোহোঁ কিক ॥
ধিক ধিক কুল-কৰ্ম্ম-ব্ৰত-যজ্ঞ যত।
ভৈলেক বিমুখ যিটো ঈশ্বৰ কৃষ্ণত ॥

এহিমানে থৈলোঁ বাক্য ব্ৰাহ্মণসবৰ ।
শুনিয়ো বেদৰ স্তুতি আত অনন্তৰ ॥
অগ্নি-ৰৌদ্ৰাদিৰ নানা তাপ লোৱে দুঃখে ।
পৰ্ব্বতৰ হস্তে আসি পৰে অধোমুখে ॥
তীৰ্থসব ভ্ৰময় কৰিয়া কায়-ক্লেশ ।
আগম নিগম শাস্ত্ৰ পঢ়য় নিঃশেষ ॥
যজ্ঞসব যজে যত যোগক জানয় ।
হৰিভক্তি বিনে কভু মৃত্যু নতৰয় ॥
সেহি দশমতে কহোঁ ব্ৰহ্মাৰ বচন ।
কৰন্ত কৃষ্ণক স্তুতি পশিয়া শৰণ ॥
বোলন্ত ভকতিবিনে জ্ঞান নুপজয় ।
তযু ভকতিতি মাত্ৰ সকল সিজয় ॥
মুকুতি-সুখকো স্ৰৱে তোমাৰ ভকতি ।
হেন ভক্তি তেজি জ্ঞানপথে কৰে ৰতি ॥
ক্লেশ মাত্ৰ পাৱে সিটো নপাৱয় জ্ঞান ।
ধানক তেজিয়া যেন বাহানে পতান ॥
সুহিকয় একো লাভ পাৱে মাত্ৰ দুঃখ ।
সিয়ো সেহিমত যিটো তোমাত বিমুখ ॥
কহোঁ আৰো সূত-বাক্য প্ৰথম স্কন্ধত ।
বোলন্ত শুনিয়ো শৌনকাদি ঋষি যত ॥
অতি শুদ্ধভাৱে আচৰয় ধৰ্ম্মচয় ।
কৃষ্ণৰ কথাত যদি ৰতি নুপজয় ॥

ধৰ্ম্ম কৰি পাৱে মাত্ৰ শ্ৰমসে কেৱল।
যত ধৰ্ম্ম-কৰ্ম্ম তাৰ সকলে বিফল॥
পঞ্চম অধ্যায়ে সেহি প্ৰথম স্কন্ধত।
নাৰদে কহন্ত ব্যাস ঋষিৰ আগত॥
নিত্য-নৈমিত্তিক আদি ধৰ্ম্ম নিৰন্তৰ।
তাকো অনাদৰি এক ভকতি কৃষ্ণৰ॥
দিবা উপদেশ মাত্ৰ কৈলোঁ নিষ্ঠ কৰি।
যেবে তুমি ইটো মোৰ বচন নকৰি॥
কৃষ্ণৰ চৰিত্ৰ বি'ন কৰিয়া পৃথক।
শাস্ত্ৰত বিপক্ষে কৰা অন্যত্ৰ অৰ্থক॥
কদাচিতো সতী মতি নুহিবে তোমাৰ।
কোনো বিশেষত মতি থিত নুইবে আৰ॥
সাগৰৰ নৌকা যেন ফুৰে বায়ু পাই।
সেহিমতে তযু মন ফুৰিব সদায়॥
হৰিৰ ভকতি হীন যত কৰ্ম্মচয়।
জীৱক কেৱলে মাত্ৰ বন্ধন কৰয়॥
ব্ৰহ্মমেৰে একাকাৰ কৰে যিটো জ্ঞানে।
যাক পাইলে দূৰ হয় যত কৰ্ম্ম মানে॥
যেবে ভৈল অচ্যুতৰ ভকতি-বৰ্জ্জিত।
হেন জ্ঞানো অতিশয় নকৰে শোভিত॥
নোশোভে নিষ্কাম কৰ্ম্ম নৰ্পিলে কৃষ্ণত।
সদা দুঃখময় যিটো কাম্য-কৰ্ম্ম যত॥

সুহিবে শোভন সিটো কি কহিবো তাক।
ভক্তিবিনে সবে ব্যৰ্থ জানিবা ইহাক ॥
একাদশ স্কন্ধে কৃষ্ণ বোলন্ত বচন।
নিয়মিয়া বুদ্ধি যিটো মোত নেদে মন ॥
তাৰ তপ-ব্ৰত-দান সকলে বিফল।
স্ৰৱি যায় যেন আৱা কলসৰ জল ॥
এহিমানে থৈলোঁ ইটো বচন কৃষ্ণৰ।
কৈলোঁ ভক্তিবিনে ব্যৰ্থ ধৰ্ম্ম নিৰন্তৰ ॥
শুনা পদ্ম-পুৰাণত যমৰ বচন।
বোলন্ত কৃষ্ণত ভৈল বিমুখ যিজন ॥
একো কালে তাৰ আৰ সিদ্ধি নাহিকয়।
বিষ যেন কদাচিতো অমৃত নোহয় ॥
যদি লোহা পোৰে শত বৰিষ বহ্নিত।
সিটো যেন সুবৰ্ণ নুহিকে কদাচিত ॥
সেহিমতে নাহি সিদ্ধি হৰি-বিমুখৰ।
এহিমানে সংহৰিলোঁ বচন যমৰ ॥
বৈষ্ণৱানন্দত আৰো বচন কৃষ্ণৰ।
অৰ্জ্জুনত কন্ত কথা অভক্ত জনৰ ॥
মাধৱে বোলন্ত আছে মোৰ নামচয়।
জনে প্ৰতি নিজ মুখ সবাৰো আছয় ॥
তথাপি নামক মগাই নৰকে পৰয়।
দেখা সখি কিনো ইটো অজ্ঞ লোকচয় ॥

নাৰদে কহন্ত আৰো বৃহন্নাৰদীত ।
কিনো চিত্র কিনো চিত্র কিনো আচৰিত ॥
হৰি-নাম থাকন্তেও ইটো লোক যত ।
পুনু পুনু প্রবর্ত্তয় ঘোৰ সংসাৰত ॥
কিনো মূর্খ কিনো মূর্খ কিনো মূর্খ নৰ ।
থাকন্ত মাধৱ হৃদি-পদ্মৰ ভিতৰ ॥
হেন মাধৱক নভজয় সর্ব্বদায় ।
মদ-গর্ব্বে নভজয় ঈশ্বৰৰ পায় ॥
কোনো ধর্ম্ম-চিত্ত জনে হৰিক ভজয় ।
অন্যত্র ধর্ম্মত সিটো ৰতি নকৰয় ॥
তাক দেখি অসূয়া কৰয় যিটো আতি ।
আপুনি হোৱয় আপোনাৰ আত্মঘাতী ॥
লৈয়া এক শৰণ কৃষ্ণৰ চৰণত ।
পাৱে মহা গতি কৰি ভকতি কৃষ্ণত ॥
আনমতে কদাচিতো গতি নাহিকয় ।
ইটো মাহাত্ম্যত এহি কহিলোঁ নির্ণয় ॥
ভৈলা ইটো মাহাত্ম্য সসাঙ্গ এহিমানে ।
কহো আৰো মাহাত্ম্য শুনিয়ো সাৱধানে ॥

---

# অষ্টবিংশ মাহাত্ম্য

## বৃথা-বাক্য-কথনত-দোষ

### পদ

যিটো দোষ আছে বৃথা-বাক্য-কথনত ।
কৰো নিৰূপণ তাক ইটো মাহাত্ম্যত ॥
নাৰদে কহন্ত ব্যাস ঋষিৰ আগত ।
পঞ্চম অধ্যায়ে আছে প্ৰথম স্কন্ধত ॥
হৰি-গুণ-ৰসে কৰে জগত পবিত্ৰ ।
যিটো বাক্যে তাক নগায়য় কদাচিত ॥
যদি চিত্ৰপদ বাক্য হোৱে সৰ্ব্বোত্তম ।
তথাপিতো মানো তাক কাক-তীৰ্থ-সম ॥
কাকৰ সমান কামী নৰ যিটোজন ।
কৰয় তাহাত ৰতি সেহি সৰ্ব্বক্ষণ ॥
কদাচিতো মহন্তে তাহাত নৰময় ।
কৃষ্ণ পাদ পদ্মে মাত্ৰ নিবাস কৰয় ॥
কৰে পান কৃষ্ণ-যশ-জল অনুপাম ।
নেৰয় মুখত সদা কৃষ্ণ-গুণ নাম ॥
যতেক প্ৰসিদ্ধ যেন ৰাজহংসগণ ।
চৰয় মানস-সৰোবৰে সৰ্ব্বক্ষণ ॥
কমনীয় পদ্মসমূহত বাসা কৰে ।
বিচিত্ৰ অন্নাদিযুক্ত উচ্ছিষ্ট-গহ্বৰে ॥
একো কালে তাত ৰাজহংস নৰময় ।
কেৱলে কাকেসে মাত্ৰ সদায়ে ৰময় ॥

সেহিমতে হৰি গুণ হীন বাক্য যত।
মহন্তসকলে তাক তেজয় সন্তত ॥
সেহি প্ৰথমতে আৰো ষোল্ল অধ্যায়ত।
শৌনকে বোলন্ত বাক্য সূতৰ আগত ॥
কৃষ্ণ-কথা হোৱে বা হোৱয় বৈষ্ণৱৰ।
তেবেসে কহিবা আমাসাত মুনিবৰ ॥
বিষ্ণু-বৈষ্ণৱৰ কথা নুহিকয় যাত।
নকহিবা তেবে তাক তুমি আমাসাত ॥
অসন্ত আলাপে হোৱে ব্যৰ্থে আয়ুক্ষয়।
এতেকে কহিবা মাত্ৰ কৃষ্ণ-কথাচয় ॥
অল্প-আয়ু মনুষ্যৰ বৃথা আন কথা।
কৃষ্ণৰ চৰিত্ৰ মাত্ৰ শুনিব সৰ্ব্বথা ॥
মুকুতিক প্ৰতি ইচ্ছা কৰে যিটোজন।
অসন্ত আলাপে তাৰ কিবা প্ৰয়োজন ॥
দেখাইলো কুকথা দোষ শৌনক-বাক্যত।
শুনা সূত-বাক্য আৰো দ্বাদশ স্কন্ধত ॥
হৰি গুণ-কীৰ্ত্তন কেৱলে মহাফল।
তাত পৰে মিছা আন প্ৰলাপ সকল ॥
মাধৱক নকহয় যিটো বচনত।
অসন্তৰ কথা মাত্ৰ কহয় সতত ॥
সেহি মিছা বচন অসতী সেহি হয়।
কহিলো শুনিলে তাক পাপ উপজয় ॥

সেহি বাক্য সত্য সেহি মঙ্গল উত্তম।
সদা সত্য ৰুচিকৰ হৰিৰ পৰম ॥
যিটো বাক্যে হৰিগুণ কৰয় উদয়।
মনৰো পৰম মহোৎসৱ সেহি হয় ॥
সুভৰ বচন ইটো এহিমানে থৈলো।
কুকথা যিমত দোষ তাহাক কহিলো ॥
ঈশ্বৰৰো পৰম ঈশ্বৰ নাৰায়ণ।
হেন ঈশ্বৰক নভজয় যিটোজন ॥
পৰম নিন্দিত সিটো ইটো জগতত।
কহো তাকে শুনিয়োক শাস্তিশতকত ॥
শ্রীমন্ত পুৰুষোত্তম নাথ জগতৰ।
পৰম ঈশ্বৰ এক তিনিয়ো লোকৰ ॥
সেৱা মাত্রে সেৱকক নিজপদ দেন্ত।
হেন নাৰায়ণ দেৱ সাক্ষাতে আছন্ত ॥
হেন ঈশ্বৰক তভু এৰি মূঢ় নৰ।
অন্যমনে কৰয় সেৱাক অন্যত্রৰ ॥
কোনো নৰ কতিপয় গ্রামৰ ঈশ্বৰ।
অধম পুৰুষে দেয় অর্থ অল্পতৰ ॥
তাহাৰে সেৱাক লাগি কৰয় যতন।
অতি মহামূঢ় সেব্যধম সেহিজন ॥
ভৈলেক মাহাত্ম্য এহিমানে সমাপতি।
কৃষ্ণক অভজে যিটো যায় অধোগতি ॥

ইসব বাক্যব অনুসাবে যত্ন কৰি ।
হুয়া এক-শৰণ ভজিয়ো মহাহৰি ॥
তেজি আন আলাপ শুনিয়ো কৃষ্ণ-কথা ।
কৃষ্ণৰ চৰিত্ৰ মাত্ৰ কহিয়ো সৰ্ব্বথা ॥
তেবেসে তৰিবা ঘোৰ সংসাৰক সুখে ।
গুচোক দুৰ্গতি ৰাম ৰাম বোলা মুখে ॥

---

## উনত্ৰিংশ মাহাত্ম্য

### অভক্তৰ অঙ্গ-নিন্দা

#### ছুলড়ি

আত অনন্তৰে কৰিলো আৰম্ভ
মাহাত্ম্য পুনু সম্প্ৰতি ।
পৰম ঈশ্বৰ কৃষ্ণক নভজে
যিটো নৰ মন্দমতি ॥
হেন অভক্তৰ কৰো অঙ্গ-নিন্দা
শুনিয়ো আক হৰিৰি ।
দ্বিতীয় স্কন্ধত তৃতীয় অধ্যায়ে
কহে শৌনকাদি ঋষি ॥
কৃষ্ণৰ চৰিত্ৰ কৰ্ণাঞ্জলি ভৰি
যিটো নৰে সুশুনয় ।
তাৰ কৰ্ণ-ৰন্ধ্ৰ ব্যৰ্থ গৰ্ত্ত ভৈল
অপবিত্ৰ আতিশয় ॥

যাহাৰ জিহ্বায়ে    নগায়য় যদি
কৃষ্ণৰ গুণ-নিৰ্ম্মল।
ভেকৰ জিহ্বাৰ    সম তাৰ জিহ্বা
অসতী অতি নিষ্ফল ॥
মুকুন্দক যদি    নকৰে প্ৰণাম
সাদৰিয়া শিৰে যাৰ।
কিৰীটি সহিত    মাথায় কেৱলে
ব্যৰ্থ মাত্ৰ বহে ভাৰ ॥
সুবৰ্ণ কঙ্কণ    প্ৰকাশ কৰয়
যদি হস্ত দুই খান।
হৰিৰ পূজাক    নকৰয় যেবে
শৱৰ কৰ সমান ॥
হৰিৰ মূৰ্ত্তিক    নচাহিলে যিটো
আনন্দে নয়ন ভৰি।
তাৰ দুই চকু    অন্ধককে বোলে
ময়ূৰৰ পুচ্ছ সৰি ॥
হৰিৰ ক্ষেত্ৰক    পায়ে হাঠি যিটো
নগৈল প্ৰবন্ধ কৰি।
বৃক্ষ-শিপা-সম    নিষ্ফল পৰম
ভৈল তাৰ দুই ভৰি ॥
বৈষ্ণৱৰ পদ-    ধূলিক যিজনে
মাথাত নলয়ে তুলি।

সিটো পুৰুষৰ নাহিকে কুশল
জীৱন্তে মৰা সমুলি ॥
বিষ্ণু-পদ-লগ্ন তুলসীৰ ঘ্ৰাণ
যিটো নলৈ নলৱয় ।
নিশ্বাস কাঢ়ন্তে শৱ-সম সিটো
অপবিত্ৰ অতিশয় ॥
হৰি-গুণ-নাম কীৰ্ত্তনত গাত্ৰ
পুলক নভৈল যাৰ ।
হৰিষ-লোতক নেত্ৰৰ নৰহে
বজ্ৰসম হৃদি তাৰ ॥
এহিমানে ইটো মাহাত্ম্য সমাপ্ত
শুনিয়ো নিৰ্ণয় আৰ ।
কায়-বাক্য-মনে কৃষ্ণতেসে এক-
শৰণ কৰিয়া সাৰ ॥
কৃষ্ণ-ভক্তচয় সুখে নিস্তৰয়
কহিলোঁ কৰি নিৰ্ণিত ।
যিটো অভকত বিষয়ত মাত্ৰ
নিমজ্জিল সদা চিত্ত ॥
সিটো মন্দমতি যাইবে অধোগতি
জানি হেন সৰ্ব্বজন ।
কায়-বাক্য-মনে কৃষ্ণৰ চৰণে
লৈয়োক এক-শৰণ ॥



# ত্রিংশ মাহাত্ম্য

## প্রবৃত্তি-পথৰ নিন্দা

### ছবি

আত অনন্তৰে কহোঁ প্ৰবৃত্তি পথৰ নিন্দা
শুনা সাধুসব সাৱধানে।
একাদশ স্কন্ধে কৃষ্ণে একবিংশ অধ্যায়ত
কৈলা উদ্ধৱৰ বিদ্যমানে॥
বোলন্ত শুনিলা যিটো প্ৰবৃত্তি-পথক তুমি
বেদে তাক নিবাৰ কৰয়।
অনৰ্থৰ হেতু মাত্ৰ কেমনে প্ৰবৃত্তি-পথ
কহোঁ শুনিয়োক মহাশয়॥
বিষয়ক গুণ-বুদ্ধি কৰিলতে পুৰুষৰ
হোৱে তাত অতি আসকতি।
নানা কাম মনোৰথ হোৱে পাছে অতিশয়
ক্ষণেকো নাহিকে সুস্থমতি॥
সিটো কাম মনোৰথ ভঙ্গ কৰে যিটো নৰে
তাৰ লগে কন্দল লাগয়।
উপজে দুস্সহ ক্ৰোধ গুচয় সকল বোধ
শীঘ্ৰে আসি অজ্ঞানে গ্ৰাসয়॥
কাৰ্য্যাকাৰ্য্য ভাল-মন্দ একো আৰ নজানয়
হোৱে আসি অসন্ত-সমান।

পুৰুষার্থ হোৱে হানি মৰা-তুল্য সিটো প্রাণী
কহিলোঁ তোমাত বিদ্যমান ॥
বিষয়ত অতিশয় নিমজ্জিল মন যাৰ
সিটো আৰ একো নজানয় ।
বৃক্ষৰ জীৱন যেন মৃতকৰ তুল্য সিটো
ভাথী যেন নিশ্বাস কাঢ়য় ॥
বুলিবা স্বর্গাদি ফল বখানয় প্রবৃত্তিত
কেনে বোলা হোৱে নষ্ট অর্থ ।
ইহাৰ উত্তৰ শুনা ফল-শ্রুতি মাত্র যিটো
সুহিকে পৰম পুৰুষার্থ ।
বহির্ম্মুখ মনুষ্যক নানা ফল দেখাই আনি
কর্ম্মতেসে ৰতি কৰাৱয় ।
ঔষধ পিবাৰ অর্থে পিতৃ যেন চৱালক
ঘৃত লাক-সন্দেশ যাচয় ॥
এহিমতে পুৰুষৰ বাক্যত মজিয়া মন
তাতে অতি গর্ব্ব উপজয় ।
নাহিকয় নম্রভাৱ অতি উগ্ৰৰূপে ফুৰে
মোৰ কথা কর্ণে নুৰুচয় ॥
এতেকে মোহোৰ কথা শ্রৱণ নাহিকে যিটো
হোৱয় সংসাৰী সর্ব্বদায় ।
প্রবৃত্তি-পন্থত পৰ হোৱয় যিসৱ নৰ
কদাচিতো তাৰ মোক্ষ নাই ॥

প্ৰবৃত্তিত পৰে নৰে যাৱত কৃষ্ণৰ পাৱে
লৈয়া এক-শৰণ নভজে।
কৰিল নিৰ্ণয় এহি সংসাৰ-গৰ্ত্তত তাৰে
দুঃখ ভুঞ্জি থাকয় সহজে॥
প্ৰবৃত্তি-পথৰ নিন্দা মাহাত্ম্যে সমাপ্ত ভৈল
শুনিলাহা সভাসদ লোক।
তেজি আন পাঠ যত দিয়া মন মাধৱত
সদা ৰাম ৰাম ঘুষিয়োক॥

---

## একত্ৰিংশ মাহাত্ম্য

### স্বৰ্গাদি-সুখৰ নিন্দা

**পদ**

স্বৰ্গাদিৰো সুখ নিন্দা কৰো আতপৰ।
একচিত্ত মনে শুনিয়োক নিৰন্তৰ॥
একাদশ স্কন্ধত বচন মাধৱৰ।
কহন্ত সাক্ষাত কৃষ্ণে আগে উদ্ধৱৰ॥
ইহলোকে সুখ নাহি কহিলোহো তাক।
স্বৰ্গাদিতো নাহি সুখ জানা নিষ্ঠে আক॥
অন্যোঅন্যে তাতো সবে অসূয়া কৰয়।
পৰৰ সুখক সহিবাক নপাৰয়॥
অন্যত্ৰৰ অতিশয় সুখক দেখিয়া।
কৰয় যতন তাক পাইবাক লাগিয়া॥

নপাই তাক পাছে দুঃখ পাৱে অতিশয়।
স্বৰ্গৰ সুখত বহু বিঘিনি আছয় ॥
হোৱে নাশ স্বৰ্গহন্তে জানিবা নিশ্চয়।
স্বৰ্গ-সুখ এতেকে নিষ্ফল অতিশয় ॥
বিঘিনি-বৈগুণ্য আদি যদি নুহিকয়।
তথাপিতো নাশ-দুঃখ অৱশ্যে আছয় ॥
সুনিশ্চিতৰূপে যদি ধৰ্ম্ম আচৰয়।
ইষ্টদেৱ ইন্দ্ৰাদিক যজ্ঞত যজয় ॥
নিজ পুণ্য সাধিয়া স্বৰ্গক চলি যায়।
দেৱে যেন ভুঞ্জে তৈতে দিব্য ভোগ পাই ॥
সৰ্ব্ব ভোগে সম্পূৰ্ণ বিমানে থাকে চৰি।
গন্ধৰ্ব্বসকলে গীত গায় তাল ধৰি ॥
দেৱ-স্ত্ৰীৰ মাজে কৰে অনেক বিহাৰ।
ফুৰে ৰঙ্গে বিমানে ইচ্ছায় আপোনাৰ ॥
নন্দনাদি স্থানে ক্ৰীড়া আনন্দে কৰয়।
আপুনি হৈবেক পাত তাকো নেদেখয় ॥
তাৱতেসে ক্ৰীড়ে মহা আনন্দে স্বৰ্গত।
যাৱত নুহিকৈ আসি পুণ্য সমাপত ॥
ভৈলা ক্ষয় যেবে সিটো নিজ পুণ্যচয়।
মহাদুঃখে স্বৰ্গ-সুখ এৰিয়া পৰয় ॥
নাহিকয় ইচ্ছা স্বৰ্গ-সুখ এৰিবাক।
তথাপিতো কালে আনি পেলাৱয় তাক ॥

অবিধিপূৰ্ব্বকে যেবে পশু হত্ত কৰে।
তেবে নৰকক চলি যায় সিটো নৰে ॥
পুনু ঘোৰতম স্থাবৰক পাবে আসি।
বিধি নলঙ্ঘিলে তেবে হোৱে স্বৰ্গবাসী ॥
স্বৰ্গতো নাহিকে সুখ দুঃখসে কেৱল।
স্বৰ্গৰ নিমিত্তে কৰ্ম্ম সকলে বিফল ॥
এহিমতে যিটো নৰ স্বৰ্গাদিৰ অৰ্থে।
সদায়ে কৰ্ম্মত ৰতি কৰে মাত্ৰ ব্যৰ্থে ॥
নৈয়া এক-শৰণ কৃষ্ণক নভজয়।
সংসাৰ তাপতে সদা পৰিয়া থাকয় ॥
কৰিলা নিৰ্ণয় এহি ইটো মাহাত্ম্যত।
স্বৰ্গাদি সুখৰ নিন্দা ভৈলা সমাপত ॥

---

## দ্বাত্ৰিংশ মাহাত্ম্য

### ভাৰতৰ প্ৰশংসা

#### পদ

শুনিয়ো মাহাত্ম্য আবে আত অনন্তৰ।
নিৰূপণ কৰোহো প্ৰশংসা ভাৰতৰ ॥
পৰীক্ষিত ৰাজা-আগে বচন শুকৰ।
ঊনৈশ অধ্যায়ে আছে পঞ্চম স্কন্ধৰ ॥
যদ্যপি স্বৰ্গত জানা সবে সুখময়।
তথাপিতো ভাৰতক প্ৰশংসা কৰয় ॥

জানা ৰাজা দেৱসবে গাৱয় ইহাক ।
শুনিয়োক সাৱধানে কহো মই তাক ॥
ভাৰতত ৰাঞ্ছো জন্ম আমি দেৱ যত ।
লভি আছে নৰ-জন্ম হেন ভাৰতত ॥
আৰা সবে কিনো পুণ্য কৰিছে শোভন ।
কিবা ইসৱত হৰি ভৈলা সুপ্ৰসন্ন ॥
মুকুন্দ-সেৱাৰ যোগ্য নৰ-কলেৱৰ ।
তাক পাইবে লাগি পুণ্য পৰম দুষ্কৰ ॥
জানিলো প্ৰসন্ন হৰি ভৈলা ইসৱত ।
তাতেসে লভিলে নৰ-জন্ম ভাৰতত ॥
কিসক কৰিলো আমি কৰ্ম্ম সুদুষ্কৰ ।
তপ ব্ৰত দান আদি ধৰ্ম্ম বহুতৰ ॥
পাইলো স্বৰ্গ-সুখ ইটো অতি তুচ্ছফল ।
নাহিকে স্মৰণ কৃষ্ণ-চৰণ-কমল ॥
ইন্দ্ৰিয়ৰ ভোগমাত্ৰ আছে অতিশয় ।
নতৰিলো দুৰ্ঘোৰ সংসাৰ দুঃখময় ॥
যদি থান পাৱয় ব্ৰহ্মাৰ আয়ু-সম ।
তভু সংসাৰত পুনু হোৱয় জনম ॥
ভাৰতে জন্মিয়া যোগী অল্প-আয়ু হয় ।
সমস্ততে কৰি শ্ৰেষ্ঠ তথাপি হোৱয় ॥
একক্ষণ কালমাত্ৰ হৰি-সেৱা কৰি ।
হৰিৰ পদক যায় সংসাৰক তৰি ॥

ষিটো পুণ্যে স্বৰ্গে আমি ভুঞ্জো ভোগচয় ।
তাৰ অৱশেষ পুণ্য ষি কিছু আছয় ॥
সেই পুণ্যে হোক জন্ম আমাৰ ভাৰতে ।
সব তেজি হৰি-সেৱা কৰিবো সততে ॥
হৰি মাত্ৰ সেব্য মনে স্মৃতি লুপ্তচোক ।
হেনয় আমাৰ জন্ম ভাৰতত হোক ॥
হৰি-সেৱা কৰিলে পৰম সুখ হয় ।
অনায়াসে মহাঘোৰ সংসাৰ তৰয় ॥
দেৱতাসৱৰ বাক্য এহিমানে থৈলো ।
ভাগৱতে ভাৰতৰ মহিমাক কৈলো ॥
কহো শুনিয়োক আৰো বিষ্ণু পুৰাণত ।
চতুৰ্থ অধ্যায়ে আছে দ্বিতীয় অংশত ॥
পৰাশৰে কহন্ত আগত মৈত্ৰেৱৰ ।
জম্বুদ্বীপ-মধ্যত ভাৰত শ্ৰেষ্ঠতৰ ॥
যিবা হেতু ভাৰতেসে পুণ্য-ভূমি হয় ।
আত হৰি সেৱা কৰি সংসাৰ তৰয় ॥
আত বিনে আন ভূমি যতেক আছয় ।
ভোগৰেসে ভূমি সিটো জানিবা নিশ্চয় ॥
পৰাশৰ বাক্য ইটো থৈলো এহিমানে ।
তাতে আৰো দেৱ-বাক্য শুনা সাৱধানে ॥
দেৱসৱে নিশ্চয়ে গাৱয় এহি গীত ।
সেহি ধন্য যাৰ জন্ম ভাৰত ভূমিত ॥

ভাৰতত নৰ-জন্ম লৱাৰ কাৰণ ।
পাৰয় সাধিবে যাৰ যেন প্ৰয়োৰ্জন ॥
পাৱে স্বৰ্গ মোক্ষপদ বৈকুণ্ঠকো পায় ।
ভাৰত-সমান কৰ্ম্মভূমি আন নাই ॥
পাইলো স্বৰ্গ যিটো কৰ্ম্মে ইটো ভৈল ক্ষয় ।
কোন দেহ পাও আসি নজানো নিশ্চয় ॥
ভাৰতে মনুষ্য ভৈলে সাধন সম্পূৰ্ণ ।
জানোহো নিশ্চয় ধন্যতম সেহিজন ॥
সহস্ৰ সহস্ৰ জন্মে পুণ্যক সাঞ্চয় ।
তাৰ ফলে ভাৰতত মনুষ্য হোৱয় ॥
যিটো আসি নৰ-জন্ম লভে ভাৰতত ।
তাৰ পুনৰপি জন্ম নাহি সংসাৰত ॥
হেন নৰ-জন্ম যিটো বিফল কৰয় ।
হৰি-সেৱা নকৰি সংসাৰ নতৰয় ॥
সমস্ত জন্তুৰে শোচ্য সিটো মন্দমতি ।
নাহিকে নিস্তাৰ সিটো যাইবে অধোগতি ॥
দেৱৰো বাঞ্ছনী ভাৰতত নৰ-কায়া ।
হেনয় মনুষ্য-জন্ম ভাৰতত পায়া ॥
লৈয়া এক-শৰণ কৃষ্ণক ভজে যিটো ।
অতি সুখে ঘোৰ সংসাৰক তৰে সিটো ॥
কৰিলো নিৰ্ণয় এই ইটো মাহাত্ম্যত ।
এহিমানে মাহাত্ম্য ভৈলেক সমাপত ॥

———

# ত্রয়স্ত্রিংশ মাহাত্ম্য

## প্রায়শ্চিত্ত-নিন্দা

### পদ

আৰে প্ৰায়শ্চিত্ত-নিন্দা কৰো নিৰূপণ।
কৰি থিৰ মন শুনিয়োক সৰ্ব্বজন ॥
শুকৰ বচন পৰীক্ষিতৰ আগত।
ষষ্ঠ স্কন্ধে আছয় প্ৰথম অধ্যায়ত ॥
নকৰে অপেক্ষা ভক্তি আন সাধনক।
কহিলো স্বতন্ত্ৰে হৰে সমস্তে পাতক ॥
কৃচ্ছ্ৰ চান্দ্ৰায়ণ আদি যত প্ৰায়শ্চিত্ত।
ভক্তি বিনে পাতকীক নকৰে পবিত্ৰ ॥
দৃষ্টান্ত দেখায়া কহো শুনিয়ো নৃপতি।
হৰি-বিমুখৰ কদাচিতো নাই গতি ॥
সুৰাৰ পাত্ৰক যেন তীৰ্থতো ধোৱয়।
তেবে আৰ কৈত সিটো পবিত্ৰ হোৱয় ॥
হৰিত বিমুখ সবে কৰে প্ৰায়শ্চিত্ত।
সেহি মতে পবিত্ৰ নুহিকে কদাচিত ॥
দেখি পাতকীক ৰাজ-দণ্ডাদি কৰয়।
পুনৰ মৰিলে যাই নৰকে পৰয় ॥
পাতক কৰিলে দুঃখ হোৱে আপোনাৰ।
হেন জানি পাপ তভু কৰে বাৰম্বাৰ ॥
সেহি নৰে পুনু পুনু কৰে প্ৰায়শ্চিত্ত।
পাতকত শুদ্ধ সিটো নুহিকে কিঞ্চিত ॥

যেবে প্রায়শ্চিত্তে পাতকীক শুদ্ধ কৰে।
তেবে কিয় সিটো পুনু পাতক আচৰে॥
কদাচিতো পাতকত নিবৰ্ত্ত নহয়।
কোনো বেলা পুনু সেই পাপ আচৰয়॥
এতেকেসে ব্যৰ্থ সবে প্ৰায়শ্চিত্ত যত।
হস্তী যেন স্নান কৰে নদীৰ জলত॥
তুনাই ধূলা লৈয়া দেহা মলিন কৰয়।
কৰ্ম্ম-প্ৰায়শ্চিত্তো জানিবা সেহি নয়॥
যদি প্ৰায়শ্চিত্তে পাতকক বিনাশয়।
সমূলক্ষে পাতকৰ বীৰ্য্য নশুচয়॥
পাপৰ বাসনাচয় থাকয় চিত্তত।
সেহি সংস্কাৰে প্ৰবৰ্ত্তাৱে পাতকত॥
গুৰু পাতকৰ প্ৰায়শ্চিত্ত গুৰুতৰ।
অল্পমাত্ৰ প্ৰায়শ্চিত্ত অল্প পাতকৰ॥
পাতকৰ তাৰতম্যে মহাঋষিচয়।
তপ-দান-ব্ৰত আদি কহিয়া আছয়॥
যি পাপৰ যিটো প্ৰায়শ্চিত্ত কহিছয়।
তপ আদি তাকে মাত্ৰ পবিত্ৰ কৰয়॥
পাপ কৰ্ত্তা হৃদয়ক নকৰে শোধিত।
এতেকে বিফল সবে আন প্ৰায়শ্চিত্ত॥
ঋষিসবে কহি আছে প্ৰায়শ্চিত্ত যত।
পাতকীজনক শুদ্ধ নকৰে সিমত॥

হৰি-নাম উচ্চাৰিলে যেনে শুদ্ধ হয় ।
হৰিৰ গুণক সি সি সকলে জানয় ॥
ঈশ্বৰ কৃষ্ণৰ এক-শৰণ ভকতি ।
সৰ্ব্বপাপ-উন্মূলন প্ৰায়শ্চিত্ত আতি ॥
সুকৃতিকো পাৱে কৰি ভকতি কৃষ্ণত ।
ভক্তি বিনে আন প্ৰায়শ্চিত্ত যত যত ॥
নকৰে পবিত্ৰ পাতকীক কদাচিত ।
ইসব বাক্যত ভৈল হেনয় নিৰ্ণিত ॥
এহিমাষে ভৈলেক মাহাত্ম্য সমাপতি ।
জানিয়া কৰিয়ো সবে কৃষ্ণত ভকতি ॥

---

# চতুস্ত্ৰিংশ মাহাত্ম্য

## বৈৰাগ্য মাহাত্ম্য

### পদ

শুনা আবে বৈৰাগ্য মাহাত্ম্য সৰ্ব্বজন ।
ঈশ্বৰ-ভকতি-জ্ঞানযুক্ত হুয়া মন ॥
দেখিয়া অনিত্য ব্ৰহ্মা আদি লোক যত ।
হৈব বিৰকতি অতি মনে সমস্তত ॥
একাদশ স্কন্ধে উনবিংশ অধ্যায়ত ।
ইহাকে কহন্ত ভগৱন্তে উদ্ধৱত ॥
মই সত্য আত্মতত্ত্ব মিছা সবে আন ।
বেদে ব্যক্ত কৰিয়া কহয় এহিমান ॥

নানান প্রকাৰ যেন দেখিয়া বস্ত্রত ।
সূতামাত্র সত্য আন মিছা সবে যত ॥
সেহিমতে চৈতন্য-ঈশ্বৰ যোতপৰে ।
দেখিবেক মিছা আন যত নিৰস্তুৰে ॥
সাৰগ্ৰাহী মহন্তত নৈবা পৰমাণ ।
কৃষ্ণক ভজয় মাত্র তেজি সবে আন ॥
মুক্তাকে ৰজত যেন নজানি বোলয় ।
প্রমাণ কৰিয়া মিছা পাছেসে জানয় ॥
এহিমতে চাৰিবিধ প্রমাণ কৰিয়া ।
মই সত্য সবে মিছা হেনয় দেখিয়া ॥
সমস্ততে বিৰকতি হৈব অতিশয় ।
মিলিবেক তেবে আসি মহা মহোদয় ॥
বুলিবা স্বৰ্গাদি সুখ বেদে কহিছয় ।
তাহাতে বৈৰাগ্য কৰিবাক নলাগয় ॥
ইহাৰ উত্তৰ শুনিয়োক যেন মত ।
ব্রহ্মলোক পৰ্য্যন্তে কৰ্ম্মৰ ফল যত ॥
বিচাৰে জানিবা সিটো যত দুঃখময় ।
বিনাশী দেখিয়া সাধুসকলে তেজয় ॥
তৃতীয় অধ্যায়ে তাতে প্রবুদ্ধ-বচন ।
নিমিক বোলন্ত শুনা কৰি থিৰ মন ॥
গুচিবেক দুঃখ সুখ হৈবে অতিশয় ।
হেন মনে মানিয়া কৰ্ম্মক আৰম্ভয় ॥

দুঃখসে হোৱয় সুখ হোৱয় কিঞ্চিত।
দেখিব কৰ্ম্মৰ হেন ফল বিপৰীত ॥
কৰ্ম্ম কৰি সাধয় বিত্তাদি যত যত।
সুহিকে সুখৰ হেতু জানা স্বৰূপত ॥
ধনে পুৰুষক দুঃখ দেই নিৰন্তৰ।
আপোনাৰ মৃত্যু ধন জানা সাৰতৰ ॥
কিবা প্ৰাপ্তি সাধিবেক গৃহ-পুত্ৰাদিত।
যিহেতু অনিত্য নাথাকয় কদাচিত ॥
পাৱে মহা দুঃখ অতি ধনক আৰ্জ্জন্তে।
মোহ হৈয়া দান ভোগ নকৰে থাকন্তে ॥
গুচি গৈলে ধন মহা তাপক পাৱয়।
কৈত জানা ধনে আৰ সুখক দিয়য় ॥
এহিমানে থৈলো বাক্য প্ৰবুদ্ধ সিদ্ধৰ।
সেহি একাদশে কহো বাক্য মাধৱৰ ॥
উদ্ধৱক বোলন্ত দশম অধ্যায়ত।
ব্ৰহ্মাৰো নাহিকে সুখ জানা স্বৰূপত ॥
যতেক আছয় লোক লোকপালচয়।
সবাৰো আছয় মোত্ত হন্তে কাল-ভয় ॥
শতেক বৰিষ পৰমায়ু ভৈলা যাৰ।
মোতহন্তে ভয় আছে হেনয় ব্ৰহ্মাৰ ॥
এতেকেসে আছে ব্ৰহ্মলোকে যত যত।
অতিশয় বিৰক্তি হৈবে সমস্তত ॥

শুনা দশমত আৰো বচন শুকৰ।
চাৰিবিধ বৈৰাগ্য কহন্ত মুনিবৰ॥
ভকতি কৰন্তে আসি ঈশ্বৰ কৃষ্ণৰ।
চাৰিবিধ বৈৰাগ্য হোৱয় পুৰুষৰ॥
প্ৰথম বৈৰাগ্য ভাব শুনিয়ো নিৰ্ণয়।
বিষয়-ভোগক তেজিবাক ইচ্ছা হয়॥
অনন্তৰে হোৱে আসি বৈৰাগ্য দ্বিতয়।
লোণ-দুগ্ধ-মধু আদি স্বাদু বস্তুচয়॥
সব তেজি মহাসুখে কৰয় ভোজন।
কৃষ্ণৰ কথাত মাত্ৰ ৰতি সৰ্ব্বক্ষণ॥
পাছে আসি হোৱে আৰো বৈৰাগ্য তৃতীয়।
মনে বিষয়ৰ ভোগ সকলে তেজয়॥
বাহিৰত মাত্ৰ ইন্দ্ৰিসবে ভোগ কৰে।
কৃষ্ণৰ সেৱাত মাত্ৰ ৰতি নিৰন্তৰে॥
চতুৰ্থ বৈৰাগ্য আসি হোৱে অনন্তৰে।
তেজয় বিষয়-ভোগ বাহিৰে ভিতৰে॥
অনুক্ৰমে চাৰিবিধ বৈৰাগ্য হোৱয়।
কৃষ্ণৰ ভকতি অতি কৃতাৰ্থ কৰয়॥
এহিমানে সংহৰিলো বচন শুকৰ।
কহো শান্তি-শতকত আত অনন্তৰ॥
দেৱভাব ইন্দ্ৰ আৰো অশুচি শূকৰৰ।
দুইৰো সুখে দুঃখে কিছু নাহিকে অন্তৰ॥

অমৃতক ভুঞ্জি যেন সন্তুষ্টি ইন্দ্ৰৰ ।
সেহিমত তুষ্টি বিষ্ঠা ভুঞ্জি শূকৰৰ ॥
ইন্দ্ৰৰ পৰম প্ৰেম ৰম্ভা কামিনীত ।
শূকৰৰো সেহিমত প্ৰীতি শূকৰীত ॥
দুয়ো স্বেচ্ছাচাৰী দুইৰো সম মৃত্যুভয় ।
নিজ কৰ্ম্ম-গতি ইন্দ্ৰ শূকৰো হোৱয় ॥
শূকৰৰে ইন্দ্ৰৰে সমান ভাব জানি ।
তেজি সবে বিষয় ভজিয়ো চক্ৰপাণি ॥
শিহ্লনে ৰোলন্ত ইটো মনুষ্য জনম ।
নিলো ব্যথে মঞি মহাপাতকী অধম ॥
কৰিলোহো উপভোগ সংসাৰ ভোগক ।
এতেকে কৰিলো নষ্ট দুৰ্ল্লভ জন্মক ॥
বিকিলোহো চিন্তামণি যেন কাঁচ মোলে ।
নকৰিলো কৃষ্ণ-সেৱা বিষয়ত ভোলে ॥
এহি মানে থৈলো ইটো বাক্য শিহ্লনৰ ।
প্ৰবোধ-চন্দ্ৰত কহে শুনা আতপৰ ॥
নাহি সুখ কিঞ্চিতো লক্ষ্মীৰ সম্পদত ।
সদায় চঞ্চল যাতো নুহিকে শাশ্বত ॥
বিষয়ৰ সুখ যত দুঃখসে অন্তত ।
মহা আপদৰ ঘৰ ইটো দেহ যত ॥
বন্ধুধন ভৈলে হোৱে মৃত্যুসে বিস্তৰ ।
আছয় আগতে শোক সমস্ত লোকৰ ॥

পৰম অনৰ্থকাৰী নাৰী সমস্তয় ।
নাৰী-সঙ্গে বহু দুঃখ পুৰুষে লভয় ॥
তথাপিতো ইটো ঘোৰ পথে মাত্ৰ ৰতি ।
ইসে খেদ ঈশ্বৰ হৰিত নাই মতি ॥
ইত্যাদি বাক্যৰ শুনি নিৰ্ণয় যিমত ।
লৈয়ো এক শৰণ কৃষ্ণৰ চৰণত ॥
কেৱলে ভকতি মাত্ৰ সদায় কৰয় ।
বিৰকতি বিনে মহা গতি নলভয় ॥
যিটোজন বিষয়ত হুয়া বিৰকতি ।
কৰয় কৃষ্ণত মাত্ৰ একান্ত ভকতি ॥
তাক কিবা কৈবো সিটো পাইব মহাগতি ।
বৈৰাগ্য-মাহাত্ম্য এহিমানে সমাপতি ॥

---

## পঞ্চস্ত্ৰিংশ মাহাত্ম্য

### মায়া-তৰণৰ উপায়

#### পদ

শুনিয়ো মাহাত্ম্য আৰো আত অনন্তৰে ।
কহয় উপায় যেন মায়া-তৰণৰে ॥
মায়াক প্ৰপঞ্চি কহো শুনা প্ৰথমত ।
পুৰঞ্জন-উপাখ্যান চতুৰ্থ স্কন্ধত ॥
প্ৰাচীনবৰ্হিৰ আগে বাক্য নাৰদৰ ।
দৈৱবশে সুখ দুঃখ পাৱে সবে নৰ ॥

কহন্ত মাধবে আরে দৃষ্টান্ত সহিত।
ক্ষুধায় আতুৰ কুক্তা পৰম দুঃখিত॥
ঘৰে ঘৰে ফুৰে সিটো আহাৰ বিচাৰি।
কৈত অন্ন লভে কৈত খেদে ডাঙ্গ ধৰি॥
আপোনাৰ আছে যিটো কৰ্ম্ম অদৃষ্টত।
তাকেসে লভয় মাত্র কৈলো স্বৰূপত॥
বুলিবাহা সুখো আসি সম্ভৱ হোবয়।
নানাবিধ প্রতিকাৰ দুঃখৰো আছয়॥
কেবলে বৰ্দ্ধনী সুহি সুখ বিষয়ৰ।
শুনিয়োক কহোঁ যেন ইহাৰ উত্তৰ॥
কদাচিতো প্রতিকাৰ নাহিকে দুঃখৰ।
যদি তভু কৰে প্রতিকাৰ নিৰন্তৰ॥
সংসাৰৰ তিনিবিধ দুঃখৰ মধ্যত।
একবিধ দুঃখ তভু সুগুচে সভত॥
আছোক গুচাইবে প্রতিকাৰ দুঃখচয়।
মহাদুঃখময় প্রতিকাৰ সমস্তয়॥
ইহাকে দৃষ্টান্তে কহোঁ কৰিয়া বেকত।
যেন মহাভাৰ নৰে বহয় শিৰত॥
পাছে সেই ভাৰ আনি কান্ধত বহয়।
সেহি সেহি যত যত প্রতিকাৰচয়॥
দুঃখ গুচাইবাক মনুষ্য নপাৰয়।
প্রতিকাৰ কৰি মহা দুঃখসে পাৱয়॥

সংসাৰৰ কাৰণ কহিলোঁ এহিমতে ।
শুনিয়োক কহোঁ নিবৰ্ত্তয় যেনমতে ॥
মহামনোৰথ পৰম্পৰা অতিশয় ।
হেনয় সংসাৰ মনতেসে হন্তে হয় ॥
জীৱৰ সংসাৰ আসি হোৱে অজ্ঞানত ।
পাৱে জীৱে সংসাৰৰ দুঃখ নানামত ॥
গুৰুস্বৰূপ বাসুদেৱে ভকতি মাত্ৰকে ॥
সংসাৰ-উচ্ছেদ আসি হোৱয় এতেকে ॥
বুলিবাহা বৈৰাগ্য পূৰ্ব্বৰ জ্ঞানতেসে ।
দুঃঘোৰ সংসাৰ নিবৰ্ত্তয় সাৰশেষে ॥
ভকতিতে নিবৰ্ত্তন নুহিবে সংসাৰ ।
শুনিয়োক কহোঁ আৰে উত্তৰ ইহাৰ ॥
বাসুদেৱ ঈশ্বৰত কৰন্তে ভকতি ।
উপজে আপুনি আসি জ্ঞান-বিৰকতি ॥
এতেকে সংসাৰ নিবৰ্ত্তয় ভকতিত ।
এহিমানে মুখ্য সৰ্ব্ব শাস্ত্ৰৰ নিৰ্ণীত ॥
ইটো মহাফল ভক্তি-যোগ মাধৱৰ ।
বুলিবা কেমনে হৈব শুনিয়ো উত্তৰ ॥
আছে অচ্যুতৰ কথা কৰিয়া আশ্ৰয় ।
যিটো শ্ৰদ্ধাৰূপে সদা শুনয় গাৱয় ॥
ইটো ভক্তি-যোগ তাৰ অল্পতে হোৱয় ।
অতি মহা-ভকতিৰ আনন্দ লভয় ॥

অচ্যুতৰ গুণ-কথা শ্ৰৱণ কীৰ্ত্তন ।
কৰিবেক কোন স্থানে থাকি সৰ্ব্বক্ষণ ॥
হেন যদি বোলা তেবে শুনা ইটো কথা ।
হৃদয়-নিৰ্ম্মল সাধুসৱ থাকে যথা ॥
সদায় কৰিব তৈতে শ্ৰৱণ-কীৰ্ত্তন ।
শুনা আবে কহোঁ সাধুসৱৰ লক্ষণ ॥
মাধৱৰ গুণ-কথা শ্ৰৱণ কৰিতে ।
ভৈলা যাৰ সদায় সন্তোষ অতি চিত্তে ॥
পৰম মহন্ত তাৰা জানিবা নৃপতি ।
তাসম্বাৰ সঙ্গতেসে হোৱয় ভকতি ॥
মহন্তৰ সঙ্গক এৰিয়া যিটো নৰে ।
হৰি-কথা-চিন্তনাদি আপুনিয়ে কৰে ॥
তাহাৰ ভকতি মুহিকয় কদাচিত ।
শুনা এহি অৰ্থ কহোঁ কৰিয়া বিদিত ॥
হৰিৰ চৰিত্ৰ কহে মহন্তসকলে ।
অতি মহাশুদ্ধ-চিত্তে অমৃত কেৱলে ॥
নদীৰূপে বহে সিটো সকল দিশক ।
সাৱধানে পিয়ে কৰ্ণে সিটো অমৃতক ॥
শ্ৰদ্ধায়ে কৰয় পান মহন্ত সঙ্গত ।
নোছোৱে তাহাক ক্ষুধা-তৃষ্ণা আদি যত ॥
ইটো ক্ষুধা-তৃষ্ণা-শোক-মোহ মহাভয় ।
সমস্ত লোকক সদা সহজে পীড়য় ॥

হৰি-কথা-অমৃত-নিৎিত সৰ্ব্বজন।
নকৰয় ৰতি আসি সেহিসে কাৰণ ॥
মহন্তৰ সঙ্গক এৰিয়া যিটো নৰে।
আপুনিয়ে হৰি-কথা স্মৰণাদি কৰে ॥
নানা আলাসাদি তাৰ ব্যৱধান হয়।
ভক্তিৰ পৰমানন্দ-ৰস নপাৱয় ॥
এহি হেতু ক্ষুধা-তৃষ্ণা আদিয়ে পীড়য়।
কৈলোঁ। সাধু-সঙ্গ বিনে ভকতি নোহয়॥
সাধু-সঙ্গ লৈয়া যিটো কৰয় ভকতি।
মাধৱৰ অনুগ্ৰহ হোৱে তাক প্ৰতি ॥
জ্ঞান-বিৰকতি আসি উপজয় তাৰ।
মায়াময় সংসাৰৰ সুখে হোৱে পাৰ ॥
মাধৱৰ অনুগ্ৰহ নুহিকৈ যাৱত।
কাহাৰো নুপজে জ্ঞান জানিবা তাৱত।
ব্ৰহ্মা মহাদেৱ মনু সনকাদি সিদ্ধ ॥
পুলস্তি পুলহ ভৃগু অঙ্গিৰা প্ৰসিদ্ধ।
মৰীচি বশিষ্ঠ দক্ষ আদি ঋষিচয়।
মই অন্তকাৰী আনো যতেক আছয় ॥
তপ-বিদ্যা-সমাধি উপাসি সৰ্ব্বক্ষণে।
বিচাৰয় বৃহস্পতি আদি ঋষিগণে ॥
তথাপি নেদেখে সৰ্ব্বসাক্ষী ঈশ্বৰক।
হেন বা বুলিবা তাৰা নেদেখে কিসক ॥

শুনিয়োক কহোঁ আৰে কাৰণ ইহাৰ ।
বহু-অর্থ বেদৰ নাহিকে তাৰ পাৰ ॥
তাহাবে প্রবর্ত্তমান হুয়া ঋষিচয় ।
মন্ত্রে নানাবিধ দেৱতাক নিৰূপয় ॥
পৰিচ্ছিন্নৰূপে ইন্দ্র আদি দেৱতাক ।
কর্ম্ম কৰি ভজয় সদায়ে তাসম্বাক ॥
এতেকে পৰম ঈশ্বৰক নজানয় ।
কর্ম্ম কৰি সংসাৰো তৰিতে নপাৰয় ॥
বুলিবা তেজিয়া কর্ম্মাদিৰ আগ্রহক ।
আন কোনে ভজয় পৰম ঈশ্বৰক ॥
শুনিয়ো সিদ্ধান্ত আৰ সাৱধান কৰি ।
যি কালত যাক অনুগ্রহ কৰা হৰি ॥
লৌকিক বৈদিক তেবে কর্ম্মৰ পথত ।
পৰিনিষ্ঠা মতি সিটো তেজে সিকালত ॥
শুনিয়োক কহোঁ অনুগ্রহৰ কাৰণ ।
ঈশ্বৰক সর্ব্বকর্ত্তা বুলি যিটো জন ॥
মনত ভাৱয় যত্ন কৰি সর্ব্বক্ষণ ।
তেবে তাক অনুগ্রহ কৰা নাৰায়ণ ॥
তেজয় সকল কর্ম্ম লৌকিক বৈদিক ।
কৃষ্ণত ভকতি আতি হোৱে ঐকান্তিক ॥
নাৰদৰ বাক্য ইটো থৈলোঁ এহিমানে ।
ব্রহ্মাৰ বচন আৰে শুনা সাৱধানে ॥

দ্বিতীয় স্কন্ধত সাত অধ্যায়ে আছয় ।
কহিলা কৃষ্ণক কেহো জনে নাজানয় ॥
যদি ঈশ্বৰক নাজানয় কেহো জনে ।
তেবে সংসাৰত মুক্ত হৈবেক কেমনে ॥
হেনয় শঙ্কিয়া বাক্য বোলন্ত ব্ৰহ্মায়ে ।
তবে সংসাৰৰ মায়া কৃষ্ণৰ কৃপায়ে ॥
ভগৱন্ত মাধৱৰ অভয় চৰণে ।
কৰিলে আশ্ৰয় যিটো কায়-বাক্য-মনে ॥
ঈশ্বৰ মাধৱে তেবে কৰে তাক দায়া ।
তৰয় দুৰ্ঘোৰ সিটো ঈশ্বৰৰ মায়া ॥
কুকুৰ শৃগাল-ভক্ষ্য বিনাশী দেহত ।
অহঙ্কাৰ মমকাৰ গুচয় সমস্ত ॥
ঈশ্বৰ কৃষ্ণৰ জানে মায়া-বৈভৱক ।
অনায়াসে তৰে দুঃখময় সংসাৰক ॥
কহিবো বিস্তৰ কিবা শুনা সাধোত্তৰ ।
তৰয় মায়াক সবে সঙ্গত সন্তৰ ॥
ঈশ্বৰ-কৃষ্ণৰ মহা চৰিত্ৰ অদ্ভুত ।
শ্ৰৱণ মাত্ৰকে হোৱে পাপীও মুকুত ॥
হেন কৃষ্ণপৰায়ণ মহামহন্তৰ ।
ধৰে শীল শিক্ষা আদি যিটো সৱ নৰ ॥
ঈশ্বৰ-মায়াক তেবে তৰয় জানয় ।
স্ত্ৰী-শূদ্ৰ-বৈশ্য আদি যেহিকে হৰয় ॥

আনো পশু-পক্ষী পাপ-জীৱ আছে যত।
সমস্তে তৰয় মায়া সন্তৰ সঙ্গত ॥
ভগৱন্ত-ৰূপে যিটো দিবে পাৰে মন।
মহন্তৰ শীল-শিক্ষা লৈয়া যিটো জন ॥
তৰিবে জানিবে মায়া কি কহিবো তাক।
এহিমানে থৈলোঁ ইটো ব্ৰহ্মাদেৱ-বাক ॥
শুনিয়ো প্ৰহ্লাদ-বাক্য সপ্তম স্কন্ধত।
বোলন্ত নৃসিংহ-আগে হুয়া অৱনত ॥
বুলিবাহা প্ৰভু তই ভৈলে দাস মোৰ।
গুচিব কিমতে পূৰ্ব্ব-দুঃখচয় তোৰ ॥
শুনিয়োক কহোঁ আক পৰম ঈশ্বৰ।
তুমিসি সুহৃদ প্ৰিয়তম জগতৰ ॥
তযু লীলা-কথা কহি আছন্ত ব্ৰহ্মাই।
প্ৰৱৰ্ত্তি আছয় সেই পূৰ্ব্ব সম্প্ৰদায় ॥
এহি লীলা কথা তজু ভক্তৰ সঙ্গত।
পৰম আনন্দে মই গাইবোহোঁ সতত ॥
গুচিব মোহোৰ যত ৰাগাদি সমস্ত।
অনায়াসে তৰিবোহোঁ দুঃখসমূহত ॥
যেবে মই তযু দাস ভৈলোহোঁ নিশ্চয়।
তেবে মোক কৃপা কৰিবাহা কৃপাময় ॥
পাইবোঁ সঙ্গ তেবে মই তযু ভকতৰ।
দূৰ হৈব মোৰ ৰাগ আদি নিৰন্তৰ ॥

গাইবোঁহোঁ আনন্দে তযু গুণ-চৰিত্রক ।
তৰিবোঁহোঁ অতি সুখে সমস্ত দুঃখক ॥
এহিমানে থৈলোঁ ইটো বাক্য প্রহ্লাদৰ ।
তৃতীয়ত শুনিয়ো বচন মৈত্রেয়ৰ ॥
কৃষ্ণৰ কীৰ্ত্তন কৰে যাৰ যেন মতি ।
শুনে কৃষ্ণ-কথা যাৰ যিমান শকতি ॥
এতেকে অৱশ্যে মুক্ত হোৱে সংসাৰত ।
এহি অৰ্থ বিদুৰে কহন্ত মৈত্রেয়ত ॥
মুকুত-স্বৰূপ কৃষ্ণ ভকতসৱৰ ।
তাহাৰ গুণক বাক্যে গাৱে নিৰন্তৰ ॥
বাক্যৰ একান্ত লাভ এহিসে হোৱয় ।
যিটো কৰ্ণে কৃষ্ণ-কথা সদায় শুনয় ॥
কৰ্ণৰো একান্ত লাভ হোৱে এহিমান ।
মৈত্রেয়ে কহন্ত বিদুৰৰ বিগুমান ॥
নিৰ্ণয় কৰিয়া কহোঁ শুনা সবে নৰ ।
লৈয়ো এক-শৰণ চৰণে মাধৱৰ ॥
তানে লীলা কথা যত মহন্ত সঙ্গত ।
শ্রৱণ কীৰ্ত্তন মাত্র কৰিব সতত ॥
ঈশ্বৰ মাধৱে তেৱে কৰিবন্ত দয়া ।
অনায়াসে তৰে ঘোৰ ঈশ্বৰৰ মায়া ॥
এহিমানে ভৈলা ইটো গ্রন্থ সমাপত ।
জানিয়া শৰণ সবে লৈয়োক কৃষ্ণত ॥
সাধু-মহন্তৰ সঙ্গ লৈয়া অবিশ্রাম ।
সংসাৰ তৰিয়ো সুখে বোলা ৰাম ৰাম ॥

# গ্ৰন্থ সমাপ্তি

**ছবি**

সৰ্ব্ব শাস্ত্ৰ সাৰ আনি কৰিলা শঙ্কৰ দেৱে
মহাগ্ৰন্থ ভক্তি ৰত্নাকৰ ।
মহা মুৰ্খ হুয়া মই কৰিলোঁ ইহাৰ পদ
অনুগ্ৰহে ঈশ্বৰ কৃষ্ণৰ ॥
মহন্তসম্বক প্ৰতি বিনয় বচন বোলোঁ
মোক মহা মুৰ্খ হেন জানি ।
পদত দোষণ দেখি নিন্দা নকৰিবা মোক
পৰম মহন্ত তোৰা জ্ঞানী ॥
দোয তেজি মহাজনে গুণকেসে লোৱে মাত্ৰ
মহা গুণ কথা মাধৱৰ ।
দোষচয় পৰিহৰি আপোন স্বভাৱ ধৰি
শুনিয়ো ইহাক নিৰন্তৰ ॥
বুলিবাহা ইটো গ্ৰন্থ শুনিবাৰ কিবা কাৰ্য্য
শাস্ত্ৰচয় শুনিবো নিঃশেষ ।
তাতে আছে ইটো কথা তাত কিবা কাৰ্য্য বৃথা
শুনা আৰ সিদ্ধান্ত বিশেষ ॥
সৰ্ব্বশাস্ত্ৰ শুনিবাক কদাচিতো নপাৰিব
নাহি অন্ত যিহেতু শাস্ত্ৰৰ ।

অৰ্থ কহে বহুতৰ　　কালো অল্প মন্দমুখ্যৰ
আত আৰো বিস্থিনি বিস্তৰ ॥
এতেকে সবাকো তেজি　　যিটো সাৰ সমস্তৰে
তাক মাত্ৰ কৰিব শ্ৰৱণ।
ক্ষীৰে নীৰে মিশ্ৰ আছে　　তেজি নীৰ ৰাজহংসে
ক্ষীৰকেসে কৰয় ভোজন ॥
ছোট-বৰ পুষ্প যত　　সবাৰে মধুক মাত্ৰ
যেন ভ্ৰমৰায়ে পান কৰে।
সেহিমতে সক-বৰ　　শাস্ত্ৰৰ সাৰক মাত্ৰ
লোৱে জানি বুদ্ধিমন্ত নৰে ॥
ইটো ভক্তি-ৰত্নাকৰ　　সমস্ত শাস্ত্ৰৰে সাৰ
জানি আন তেজিয়া সমস্ত।
সদায়ে ইহাকে মাত্ৰ　　শ্ৰৱণ-কীৰ্ত্তন কৰা
গুচিবে সংশয় আছে যত ॥

---

দুলড়ি

নমো নমো কৃষ্ণ　　ইষ্ট দেৱ মোৰ
পতিতপাৱন স্বামী।
কৃষ্ণ-কথাচয়　　পদে বিৰচিলো
হুয়া মূঢ়মতি আমি ॥

বঢ়া-টুটা যত দোষ ক্ষমিয়োক
তুমি দেৱ কৃপাময় ।
তোমাৰ চৰণে পশিলো শৰণে
হুয়োক মোত সদয় ॥
যেন মোৰ মনে তোমাৰ চৰণে
কৰয় ৰতি সৰ্ব্বথা ।
তযু ভকতৰ সঙ্গে সৰ্ব্বক্ষণে
কৰ্ণে শুনো তযু কথা ॥
তযু গুণ-গান মোৰ মুখে যেন
সদায় কৰে কীৰ্ত্তন ।
এহি কৃপা কৰা পাপীক উদ্ধাৰা
কৃপা কৰা নাৰায়ণ ॥
শঙ্কৰ দেৱক কৰো নমস্কাৰ
সৰ্ব্বলোক হিতকাৰী ।
হৰি ভক্তি মহা ধৰ্ম্ম প্ৰচাৰিলা
সমস্তে শাস্ত্ৰ বিচাৰি ॥
লোকক কৃপায়ে নানান উপায়ে
বিহ্নিলন্ত কৃপাময় ।
কতো-গীত-পদ কীৰ্ত্তনৰ ছন্দে
ভট্টিমা কতো চপয় ॥
এহিমতে নানা প্ৰচাৰ কৰিলা
লোক তাৰিবাৰ হেতু ।

পৰম গুৰু যে শঙ্কৰে বান্ধিলা
ইটো মহাধৰ্ম্ম-সেতু ॥
হৰি-ভক্তি মহা- ধৰ্ম্ম প্ৰকাশিয়া
বৈকুণ্ঠক চলি গৈলা।
তান প্ৰিয় শিষ্য মাধৱে পাছত
সিটো ধৰ্ম্ম প্ৰবৰ্ত্তাইলা ॥
কিঞ্চিতেক ভেদ নাহি দুহান্তৰ
কহিলো ইটো নিশ্চয়।
দুহান্তৰে গুণ দুই মাত্ৰ জানে
আন কেহো নজানয় ॥
কি কহিবো গুণ মাধৱ দেৱৰ
অতি মহা ধৰ্ম্মশীল।
শঙ্কৰ দেৱৰ গুণ আছে যত
মাধৱেসে প্ৰকাশিল ॥
পৰম ধৰ্ম্মত লোক প্ৰবৰ্ত্তালা
পালিয়া গুৰু বচন।
মহা অজ্ঞসবো ভকতি ধৰিল
জানিল এক শৰণ ॥
শাস্ত্ৰৰ বিচাৰে নানান প্ৰকাৰে
ভকতিৰ কৰি ভেদ।
অজ্ঞানী জনৰ সংশয় মনৰ
কৰিলা সবে উচ্ছেদ ॥

মোৰ নিজ গুৰু হেন মাধৱৰ
চৰণে কৰো প্ৰণাম।
যাৰ অনুগ্ৰহে অজ্ঞানীৰ মোৰ
মোহ ভৈল উপশম॥
যত হৰি-ভক্ত কৰো সমস্তক
নমস্কাৰ মই মনে।
এৰি আন কাম সদা ৰাম ৰাম
বুলিয়োক সৰ্ব্বজনে॥

সমাপ্ত

## গ্ৰন্থত উল্লেখিত মূল শাস্ত্ৰ সমূহ

শ্ৰীমদ্ভাগৱতৰ বাৰোওটি স্কন্ধ, শ্ৰীমদ্ভাগৱত গীতা, পাণ্ডৱী গীতা, বিষ্ণু পুৰাণ, পদ্ম পুৰাণ, বৃহন্নাৰদীয় পুৰাণ, ব্ৰহ্মাণ্ড পুৰাণ, মৎস্য পুৰাণ, কুৰ্ম্ম পুৰাণ, নৃসিংহ পুৰাণ, নাৰদী পুৰাণ, নাম উল্লেখ নথকা, পুৰাণান্তৰে বুলি লিখা অন্য পুৰাণ, বিষ্ণু ধৰ্ম্মোত্তৰ বৈষ্ণৱানন্দ, যোগসাৰ, শান্তি শতক, ভুজঙ্গ প্ৰয়াত, প্ৰবোধচন্দ্ৰ চন্দ্ৰোদয়।

পাণ্ডৱী গীতা—ব্যাসদেৱৰ ৰচিত।

বৈষ্ণৱানন্দ—উদিত ৰাময়েৰে এই পুথিৰ শ্লোকৰ পৰা অসমীয়া পদ্যত ভাঙনি কৰি গৈছে।

শান্তি শতকৰ গ্ৰন্থকাৰ শিহ্লণ মিশ্ৰ।

ভুজঙ্গ প্ৰয়াত শঙ্কৰাচাৰ্য্যৰ দ্বাৰা ৰচিত এখনি বৈষ্ণৱ ধৰ্ম্মীয় শাস্ত্ৰ।

প্ৰবোধ চন্দ্ৰোদয়ৰ লিখক কৃষ্ণ মিশ্ৰ।

## ব্যক্তি পৰিচয়

বিপ্ৰদামোদৰ—শ্ৰীকৃষ্ণৰ এজন বাল্য বন্ধু। তেওঁ কৃষ্ণক নিষ্কাম ভক্তি কৰি ৰাজভোগৰ অধিকাৰী হয়।

প্ৰবুদ্ধ—নব সিদ্ধৰ এজন সিদ্ধ।

নিমি—বিদেহৰ ৰজা আছিল।

জৰভৰত—স্বায়ম্ভুব মনুৰ পুত্ৰ প্ৰিয়ব্ৰত, অগ্নীধ, নাভি, আৰু ঋষভদেব। ঋষভদেবৰ পুত্ৰ এশ জনৰ জ্যেষ্ঠ জন ভৰত। এওঁৰ নামেই ভাৰতবৰ্ষ হৈছে। তেওঁ পাছৰ জন্মত হৰিণ হৈ ওপজে। তাৰ পাছৰ জন্মত পুনৰ মনুষ্য জন্ম পায় কিন্তু সকলো জন্মৰ জ্ঞানৰ অধিকাৰী হয়। সংসাৰত মন নৰহা অকামিলা হোৱাৰ বাবে এওঁক জৰভৰত বোলে।

ৰহুগণ—সৌবীৰ দেশৰ ৰজা। এওঁ জৰভৰতক এদিন দোলাভাৰী পাতিছিল—কিন্তু গভীৰ জ্ঞানৰ প্ৰমাণ পাই তেওঁৰ পৰাই আত্মতত্ব জ্ঞান লাভ কৰিলে।

উদ্ধৱ—কৃষ্ণৰ পৰম ভক্ত আৰু সখা।

দত্তাত্ৰেয়—এজন সন্যাসী ব্ৰাহ্মণ।

যদু—যযাতি বংশৰ ৰজা

মুচুকন্দ—ৰজা মান্ধাতাৰ পুত্ৰ। দীৰ্ঘকাল টোপনিত থকা অৱস্থাত দেৱতাৰ আশীৰ্ব্বাদ থকা মুচুকন্দক জগাই কাল যবনৰ মৃত্যু হয়।

নাৰদ—ব্ৰহ্মাৰ পুত্ৰ, দেবৰ্ষি।

চিত্ৰকেতু—শূৰসেন দেশৰ ৰজা। পুত্ৰ শোকত তপস্যা কৰি বিষ্ণুক দৰ্শন পায়।

সৌনক—ভাগৱত শ্ৰোতা এজন ঋষি।

মৈত্ৰেয়—ব্যাসদেৱৰ বন্ধু আৰু তত্বজ্ঞ ঋষি।

কপিল—ভগবানৰ এক অৱতাৰ। তেওঁৰ পিতৃ কৰ্দ্দম

ঋষি আৰু মাতৃ দেবহুতি। মাতৃক কপিলে মোক্ষ লাভৰ জ্ঞানৰ বিষয়ে বৰ্ণাই কয়।

ধ্ৰুৱ—মাহীমাকৰ অত্যাচাৰত ৫ বছৰতে ৰাজসুখ এৰি তপস্যা কৰি সিদ্ধি লাভ কৰা শিশু ৰাজ-পুত্ৰ।

অক্ৰুৰ—কৃষ্ণৰ পৰম ভক্ত এজন।

শুক—পৰীক্ষিতৰ আগত ভাগৱত বক্তা ঋষি।

পিঙ্গলা বেশ্যা—নিজৰ কুকামত ধিক্কাৰ লাগি ভগবানক আৰাধনা কৰি কৃষ্ণতে আত্ম সমৰ্পণ কৰি আশা ত্যাগ কৰি সুখী হয়।

সুনীতি—ধ্ৰুৱৰ মাক।

সত্যব্ৰত—দ্ৰাবিৰৰ ৰজা আছিল। ভগবানৰ মৎস্য অৱতাৰত এওঁকে নিজ মায়া দৰ্শন কৰোৱায়।

অজামিল—এজন পাতকী ব্ৰাহ্মণ আছিল—শেষ সময়ত নিজ পুত্ৰ 'নাৰায়ণ' বুলি ভগবানৰ নাম লৈয়ে মুক্তি লাভ কৰিলে।

মনু—ব্ৰহ্মাৰ পুত্ৰ, মনু ১৪ জন।

দক্ষ—ব্ৰহ্মাৰ পুত্ৰ, শিৱৰ শহুৰেক। মহাদেৱক যজ্ঞত নিন্দা কৰাত দক্ষৰ যজ্ঞত সতীয়ে প্ৰাণ ত্যাগ কৰে।

গণপতি—মহাদেৱৰ পুত্ৰ গণেশ। শনিৰ দৃষ্টিত বালকটিৰ মুৰ ছিগি পৰাত হাতীৰ মুৰ এটি লগাই দিয়া হয়।

পৰীক্ষিত—অভিমন্যুৰ পুত্ৰ ঃ চন্দ্ৰ বংশীয় ৰজা।

সূত—সৌনকাদি ঋষি সকলক ভাগৱত কওঁতা এজন মুনি।

বিদুৰ—ব্যাসৰ পুত্ৰ, ধৃতৰাষ্ট্ৰৰ কনিষ্ঠ ভাতৃ, পৰম ভকত ।।

পৃথু—পৃথিবীৰ আদি ৰজা ।

অৰ্জ্জুন—মধ্যম পাণ্ডৱ ।

সনৎকুমাৰ—চাৰি সিদ্ধিৰ এজন। সনত, সনত কুমাৰ সনন্দ ।

সনাতন—এই চাৰিজন ব্ৰহ্মাৰ পুত্ৰকে চাৰি সিদ্ধ বোলে ।।

পৰাশৰ—ব্যাসৰ পিতৃ ।

যম—পাপীক নিকাৰ ভুঞ্জোৱা ৰাজ্যৰ ৰজা ।

কামদেৱ—ব্ৰহ্মাৰ পুত্ৰ ঃ কাম-ভাবৰ নিয়ন্ত্ৰণ কৰোতা ।

প্ৰচেতাগণ—দহজন প্ৰজাপতিক দশ-প্ৰচেতা বোলে । সকলো কেজন সাধক ঋষি ।

বৃত্ৰ—বৃত্ৰাসুৰ-মহাদেৱৰ পৰা যাৰে মুৰত হাতে [illegible] তেওঁৰে মৃত্যু হোৱাৰ বৰ লৈ নিজৰ মুৰত হাত দিয়ে মৰে ।

প্ৰহ্লাদ—হিৰণ্যকশিপু দৈত্যৰাজৰ পুত্ৰ ঃ পৰম ভক্ত ।

শ্ৰুতদেব—মিথিলাৰ এজন ব্ৰাহ্মণ। এবাৰ কৃষ্ণ তেওঁৰ ঘৰত আলহী আছিল।

পিপ্পলসিদ্ধ—পিপ্পলায়ন সিদ্ধ—নব সিদ্ধৰ এজন ।

কুন্তী—পাণ্ডুৰজাৰ ৰাণী—যুধিষ্ঠিৰ ভীম আৰু অৰ্জ্জুনৰ মাতৃ ।

যুধিষ্ঠিৰ—পাণ্ডুৰজাৰ বৰ পুত্ৰ—অতি ধাৰ্ম্মিক, ত্যাগী আৰু ধৈৰ্য্যশীল আদৰ্শ পুৰুষ ।

শমীক—এজন মুনি। পৰীক্ষিত ৰজাই ধ্যানস্থ অৱস্থাত ইঙ্গিত মৰাশাপ এটা পেলাই থৈ অহাত পুতেক শৃঙ্গীয়ে সাত

দিনৰ ভিতৰত সৰ্প দংশনত মৃত্যু হবলৈ শাপ দিয়ে। ৰজাই গম পাই সন্ন্যাসী হৈ শুক মুখে ভাগবত শুনি মুক্তি লাভ কৰে।

শৃঙ্গী—শমীকৰ পুত্ৰ।

কৰভাজন—নবসিদ্ধৰ এজন।

বিকুন্দল—এজন ধনী সদাগৰৰ পুত্ৰ। জীবনত বহুত অধৰ্ম্ম কৰিলে যদিও অনুতপ্ত হৈ ঈশ্বৰ চিন্তা কৰাত স্বৰ্গবাসী হল।

ভীষ্ম—শান্তনু আৰু গঙ্গাৰ পুত্ৰ—কৌৰৱ আৰু পাণ্ডৱ দুই বংশৰ পিতামহ।

নল কুবেৰ—কুবেৰৰ পুত্ৰ—শাপত পৰি অৰ্জুন গছ হৈ জন্ম পাইছিল ঃ কৃষ্ণই উদ্ধাৰ কৰে।

প্ৰাচীন বৰ্হি—দশ প্ৰচেতা সকলৰ পিতৃ।

চমসসিদ্ধ—নব সিদ্ধৰ এজন

সিহ্লন—শান্তিশতক নামে পুথিৰ ৰচক।

---

## শব্দাৰ্থ তালিকা

**অচ্যুত**—অক্ষয়, অবিনাশী

**অভিনন্দা**—প্ৰশংসা

**অলকা**—ওলমি থকা কেকোৰা চুলি

**আত্যন্তিক সুখ**—ঈশ্বৰ সেৱা সুখকে আত্যন্তিক সুখ বোলে।

ইদানীক—এতিয়া, সম্প্রতি

ঐকান্তিক—অতিশয়

উচ্ছিষ্ট গহ্বৰ—খাই এৰা পেলোৱা গাত

উপাধি যুগুত—সত্ব ৰজ তম তিনি গুণ যুক্ত

কাকতীৰ্থ—কাউৰীৰ হেপাহৰ ঠাই—চুৱাপাতনী

কাহালি, মহৰী, ভেৰী—এই বিলাক বিবিধ বাদ্য যন্ত্রৰ নাম।

কৈবল্যৰ পতি—নিঃকিন জনৰ গৰাকী

কৃচ্ছ—এবিধ ব্রত

চটক—চৰাই

চান্দ্রায়ন—চন্দ্রৰ কলাৰ ক্ষয় আৰু বৃদ্ধিৰ লগত কৰা ব্রত

চাৰিসুখ—পৰম ব্রহ্ম ভাব প্রাপ্তি, পৰম ব্রহ্ম ভজন, জীৱাত্মাৰ স্বৰূপ জ্ঞান আৰু সাংসাৰিক সুখ

চাৰ—পোৱালী

ছয় ইন্দ্রিয়—চকু, কান, নাক জিভা, ছাল আৰু মন

ছয় ঊৰ্ম্মী—জন্ম, মৃত্যু, ক্ষুধা, পিপাসা, শোক আৰু মোহ

জঙ্গম—গতিশীল

জীৱ কোষ—জীৱৰ আধাৰ

তমাল—এবিধ ধুনীয়া গছ

তিনি-দুখ—আধ্যাত্মিক, আধি-ভৌতিক আৰু আধি-দৈৱিক।

ধূসৰ—ধূলিলগা

নিগুৰ্ণ—সত্ব, ৰজঃ, তম এই তিনি গুণৰ অতীত

নিঃকিঞ্চন—সাংসাৰিক অৰ্থ-সম্পত্তি বিহীন

নিয়ন্তা—পৰিচালক

দুস্সহ—দুঃসহ

পঙ্কতি—শাৰী

পৰিছিন্ন—বেলেগ ৰূপ

প্ৰকৰণ—বিধান

প্ৰৌঢ়িবাক—অতি দৃঢ় ভাৱে কোৱা কথা

পোষণ—ভকতৰ প্ৰতি ঈশ্বৰৰ অনুগ্ৰহ যুক্ত

প্ৰত্যেকে—প্ৰত্যক্ষে

বৰ্হিমুখী—প্ৰবৃত্তি পন্থী

বৰ্ণাশ্ৰম ধৰ্ম্ম—ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য, শূদ্ৰ এই চাৰি বৰ্ণ। ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ্য, সন্ন্যাস আৰু বানপ্ৰস্থ এই চাৰি আশ্ৰম—এই বিলাকৰ বেলেগ বেলেগ বিধি বিধান পালন।

বাৰজনীয়া—১২ বৈষ্ণৱ যেনে—ব্ৰহ্মা, হৰ, মনু, কপিল, কুমাৰ, শুক, ভীষ্ম, বলি, প্ৰহ্লাদ, নাৰদ, জনক, যম।

বিকাৰী—জন্ম, বৃদ্ধি, ক্ষয়, নাশ আদি গ্ৰস্ত

ভৱাটবী—সংসাৰ অৰণ্য

মৰ্দ্দে—মঠে

মন্ত্ৰ মূৰ্ত্তি—শব্দময় মূৰ্ত্তি—নাম

যজ্ঞ পুৰুষ—শ্ৰীকৃষ্ণ

যম নিয়মাদি—অষ্টাঙ্গ যোগসমূহ

ৰক্ষণ-লক্ষণ—ৰক্ষাৰ উপায়

লিঙ্গ দেহ—কৰ্ম্মেন্দ্ৰিয়, জ্ঞানেন্দ্ৰিয়, মন আদিৰে আবৃত শৰীৰ

লুলে—ওলমি থাকে

শ্ৰুতধন—পাণ্ডিত্য

সঙ্কৰ্ষণ—বলভদ্ৰৰ অন্য এটা নাম

সদসৎস্বৰক—ঈশ্বৰ বিমুখী কাৰ্য্যক

স্থাৱৰ—গতিহীন

ক্ষেম—মঙ্গলজনক

# ওপৰন্সি

## বিশেষ শব্দাৰ্থ

| পৃঃ | শাৰী | শব্দ | অৰ্থ |
|---|---|---|---|
| ৬৪ | ১৫ | নাহিকে | আৰু নেলাগে বা অনাৱশ্যক |
| ৮১ | ১ | কৰে তুলা পুৰুষাদি দান— | তুলাত একালে মানুহ উঠি ইফালে সোণ দি সমস্ত খিনি দান কৰাক বুজাইছে |
| ১৪৭ | ১ | ক্ষেত্ৰী দেহ | ক্ষেত্ৰিয়ৰ তনু |

## শুদ্ধ মতে হব লাগে

| | | |
|---|---|---|
| ৪৭ | ১৩ | ষষ্ঠ স্কন্ধে নহৈ সপ্তম স্কন্ধে হব লাগে |
| ৫৩ | ১৯ | অষ্টম নহৈ অষ্টাদশ হব লাগে |
| ৯৮ | ১৫ | বাইশ নহৈ বত্ৰিশ হব লাগে |
| ১১৩ | ৯ | প্ৰবুদ্ধ নহৈ পিপ্পলায়ন হব লাগে |

—×—